১৯৯১ চনৰ সাহিত্য একাডেমী বঁটা প্ৰাপ্ত কবিতা সংকলন



# ব্ৰহ্মপুত্ৰ ইত্যাদি পদ্য

অজিৎ বৰুৱা

# মুখবন্ধ

১৯৮২ চনত মই এখন কিতাপ উলিয়াইছিলোঁ।—"কিছুমান পদ্য আৰু গান"। ৯৮খন ছপা কৰোৱাইছিলোঁ—ঠিক প্ৰকাশ কৰা নাছিলোঁ। কিতাপখিনি আত্মীয়-স্বজন, বন্ধু-বান্ধৱ আৰু কৌতূহলী সকলৰ হাতত বিনামূলীয়াকৈ অৰ্পণ কৰিছিলোঁ। মুদ্ৰক শ্ৰীযুত কল্যাণ পালে আৰু ৩০০ খন জোৰকৈ ছপা কৰি মোলৈ পঠিয়াই দিছিল। তাৰ আধামান পৰি আছে। ইংৰাজ চিন্তাবিদ চি, এচ্, লুইচে ঠিকেই কৈছে আধুনিক কবিতাৰ পাঠক কেৱল আধুনিক কবি। তদুপৰি সেইসকল আছে যিসকলে দুৰ্ভাগ্যক্ৰমে উচ্চ শিক্ষায়তনত সাহিত্যক পৰীক্ষাৰ বিষয় হিচাপে লবলৈ বাধ্য হয়। তেনেহ'লে, পদ্যৰ কিতাপ উলিওৱা হয় কিয় তাৰ কাৰণ দৰ্শোৱা আৱশ্যক। যোৱাবাৰ কৈছিলোঁ যে চেতন মনে যদিও কথাটো অস্বীকাৰ কৰে, সময় বালিত খোজৰ চিন থোৱাৰ মূঢ় অবচেতন ইচ্ছাই তাৰ কাৰণ।

ইতিমধ্যে সন্দেহ হৈছে যে কিছু সংখ্যক পাঠকে হয়তো মোৰ লেখা পঢ়ি ভাল পায়। মোৰ সৌভাগ্য যে আগৰখন কিতাপৰ কাৰণে অসম সাহিত্য সভাৰ পক্ষৰ পৰা এটা পুৰস্কাৰো মোক যচা হৈছিল। নিজৰ লেখাৰ কাৰণে নিজৰ পৰা পুৰস্কাৰ পোৱাটোৱেই আটাইতকৈ টান আৰু তাক মই পোৱা নাই বুলি সেই মহৎ সম্মানৰ পৰা মই নিজক বঞ্চিত কৰিলোঁ। ফৰাচী কবি শ্বাৰ্ল ব'দলে'ৰ কথা "চি আনম দ্য মেৰিত, আ ক্ৰা ব'ল দেকোৰে ?···কোঁচেতিৰ আ এত্ৰ্ দেকোৰে, চে ৰকনেইত্ৰ্ আ লেতা উ ও প্যাঁচ ল'দ্ৰোৱা দু ভু জুজে···। (যদি এজন মানুহৰ উৎকৰ্ষ আছে তেওঁক পদক আদি ভুষণ দিয়াৰ কি অৰ্থ আছে ?···ভূষিত হ'বলৈ সম্মতি দিয়া মানে ইয়াকে মানি লোৱা যে ৰাষ্ট্ৰৰ বা ৰজাৰ অধিকাৰ আছে আপোনাক বিচাৰ কৰাৰ)। ব'দলে'ৰে পাঠকৰ দ্বাৰাই নিজৰ বিচাৰ হোৱাটো বাঞ্ছা কৰিছিল—পালে অপৰিসীম অবজ্ঞা !

কলিকতাস্থিত ভাৰতীয় ভাষা পৰিষদেও মোৰ পূৰ্বানুমতি ব্যতিৰেকেই মোৰ ওপৰত সেই কিতাপখনৰ বাবেই এটা পুৰস্কাৰ জাপি দিলে। মই কৃতাৰ্থ বোধ কৰিলোঁ কিন্তু লগতে বিপৰীত-অহমিকাৰ বশৱৰ্তী হৈ ধনখিনি সংস্কৃত ভাষাৰ পঠনত উদগনি দিবলৈ দান কৰাৰ সিদ্ধান্ত কৰিলোঁ।

মোৰ স্নেহভাজন বন্ধুদ্বয় কবি ভবেন বৰুৱা আৰু নীলমণি ফুকনেও ক'লে যে কিতাপখন তেনেকুৱাকৈ সীমিত সংখ্যাত ছপা কৰাটো উচিত হোৱা নাই কাৰণ

অসমৰ চুকে কোণে থকা বহুতো প্ৰকৃত সাহিত্যপ্ৰেমীয়ে হয়তো পঢ়িব খুজিলেও কিতাপখন পঢ়িবলৈ নাপাব।

এৰণ্ডোপি দ্ৰুমায়তে নীতি অনুসৰি এইদৰে মোৰ লেখাবিলাকে কিছু সমাদৰ কিছু সংখ্যক সহৃদয়ৰ পৰা লাভ কৰিবলৈ সমৰ্থ হৈছে। এইবিলাক কাৰণত এইবাৰ এই কিতাপখন যথাঅৰ্থে প্ৰকাশ কৰিলোঁ। আগতকৈ বেছি ভাল আৰু পৈণত হোৱা বুলি মোৰ ধাৰণা। সি ৰসজ্ঞ বা সংস্কৃত নন্দনতাত্ত্বিক ৰাজানক কুন্তকৰ সংজ্ঞাৰ্থ'ত তদ্বিদ্ সকলৰ বিচাৰ্য।

মানুহে লেখে কিয়, বিশেষকৈ কবিতা বা পদ্য লেখে কিয়? উপন্যাস, গল্প আদিৰ কথা সুকীয়া। সি অৰ্থোপাৰ্জনৰ এটা মাৰ্গ। যদিও অসমীয়া লেখকে কেৱল লেখি ভাত মুঠি মোকোলোৱা একৰকম অসম্ভৱ। কিন্তু কবিতা? নেলেখিলে থাকিব নোৱাৰে এনেকুৱা কাতৰ স্বীকাৰোক্তি মাজে মাজে শুনা যায়। বিশ্বাস কৰা টান। হবও পাৰে। মোৰো মাজে মাজে লেখিবৰ মন যায় কিন্তু কিয়?

মোৰ নিজৰ এই প্ৰৱণতা সম্পৰ্কে আগৰ কিতাপখনত কোনো সিদ্ধান্তত উপনীত হব পৰা নাছিলোঁ। কিতাপ উলিওৱাৰ কাৰণ সম্পৰ্কেহে কৈছিলোঁ ঃ সময় বালিত খোজ ৰখাৰ মূঢ় অবচেতন ইচ্ছাই তাৰ কাৰণ। কিন্তু কিতাপ উলিওৱাৰ আগেয়ে, লেখোঁৱেই বা কি কাৰণে তাক বৰ্ণোৱা নাছিলোঁ। সংস্কৃত নন্দনতাত্ত্বিক হেমচন্দ্ৰই কৈছে "কৰোতি কীৰ্তিং প্ৰীতিং চ সাধু কাব্য নিষেৱণম্ ইতি, তথাপি প্ৰীতিৰেব প্ৰধানম।" লেখাৰ উদ্দেশ্য কীৰ্তি অথবা প্ৰীতি, তাৰ ভিতৰত প্ৰীতিয়েই প্ৰধান (তেখেতসকলৰ দিনত অৱশ্যে বিক্ৰীৰ প্ৰশ্নটো নাছিল)। কিন্তু প্ৰীতি কাৰ— লেখকৰ নে পাঠকৰ? হয়তো এক বিৰল স্থিতিত দুয়োৰো। মই কিন্তু লেখোঁ কেৱল নিজৰ প্ৰীতিৰ অৰ্থে। স্বপ্ৰীতিৰেব প্ৰধানম্। শব্দবিলাকৰ লগত, উপমাবিলাকৰ লগত খেলা কৰি এটা আনন্দ পোৱা যায়। কিন্তু কদাচিৎ হে। তদুপৰি ভাল লাগে সেই শব্দবোৰ যিবিলাক সুন্দৰ ধ্বনি মহিমাৰে আনন্দদায়ক, অথবা সেই বস্তুবোৰৰ নাম যি অবলুপ্ত। ফৰাচী কবি চেণ্ট জন পেৰ্চ আৰু বঙালী কবি সুধীন্দ্ৰ নাথ দত্তৰ ওপৰত অভিযোগ আছে অভিধান চাই কবিতা লেখা বুলি। মই তেওঁলোকৰ প্ৰেৰণা উপলব্ধি কৰোঁ। 'হেমকোষ' মই ইমূৰৰ পৰা সিমূৰলৈ দুবাৰ পঢ়িছোঁ। ৰাতি টোপনি নাহে।

কবিয়ে কিয় লেখে সেই সম্পৰ্কে কবি টি, এছ, এলিয়টৰ এটা উক্তি মোৰ বৰ সত্য যেন লাগে। যি আৰু বহুতো মৌলিক সত্যৰ দৰে—সৰল। তেওঁ কৈছিল তেওঁ লেখে কিছুমান মানসিক অৱস্থাৰ শব্দগত তুল্য পাবৰ কাৰণে। কিন্তু সেই-বিলাক তেওঁ প্ৰকাশ কিয় কৰিছিল তাক কোৱা নাই। কীৰ্তি আৰু এসময়ত অৰ্থ প্ৰাপ্তিৰ আৱশ্যকতা নিশ্চয় ইয়াৰ কাৰণ আছিল। এলিয়টৰ কাব্যৰ বহু ৰূপকৰ প্ৰেৰণা অধ্যয়ন। ময়ো কিতাপ পঢ়িয়েই প্ৰেৰণা পাওঁ বেছি—কল্প চিত্ৰৰ কাৰণে। যদিও বাগিছাত, পাহাৰত, নৈৰ পাৰত বহি থাকোঁ উপমাৰ বৃথা সন্ধানত। উপমাই কাব্যৰ আত্মা, বাণী নহয়। কিন্তু বিচাৰি নাপাওঁ, বা নাহে। সেই অন্বেষণ কেতিয়াবা বৰ হতাশাত শেষ হয়। ইন্দ্ৰিয়ানুভূতি আৰু অধ্যয়ন সমানেই মোৰ কাৰণে কল্প-চিত্ৰ সৃষ্টিৰ উৎস ; আবেগৰ উৎপত্তিস্থল। নৈসৰ্গিক বস্তু বা মানসিক ধাৰণাৰ শব্দ—ৰূপৰ লগত অধীত অনুষংগ যোগ হ'লে লেখাবিলাকত এটা বিস্তীৰ্ণ মাত্ৰা সংযোজিত হয়। মোৰ চেষ্টা ঃ যাতে অধীত বস্তুৰ লগত সম্পৰ্ক প্ৰতীত নোহোৱাকৈও কোনো উপমা বা উক্তি স্ব-মহিম হৈ উঠে। তথাপি কিছুমান উক্তি আৰু বৰ্ণনাৰ উৎস স্বচ্ছ বা দ্বিগুণ প্ৰতিভাত হ'বলৈ কিছুমান টোকা দীঘল পদ্যবিলাকৰ শেষত দিছোঁ। আশাকৰোঁ এইবিলাকে উপলব্ধিৰ আৰু এটা স্তৰ উন্মুক্ত কৰিব যদিও তাৰ আৱশ্যক নাই। কোনো কোনো কবিয়ে আনকি মহাকবি **দান্তেয়েও** এনে টীকা সংযোজন কৰিছে। গতিকে এইটো একো দোষণীয় কৰ্ম নহয় বুলি মোৰ ধাৰণা হৈছে। তদুপৰি, কিতাপৰ কলেবৰো বৃদ্ধি কৰিব লগা হৈছে নহ'লে কিতাপখনৰ গ্ৰন্থনা অৰ্থাৎ বাইণ্ডিং সুদৃশ্য হৈ নুঠে। কিতাপ এটা দৃষ্টি-সুন্দৰ বস্তুও মোৰ কাৰণে। নতুন কিতাপৰ গোন্ধো মোৰ প্ৰাণৰ হেন্দোলদিন।

সকলো লেখক বিশেষকৈ পদ্য লেখক সকলৰ, তাৰ ভিতৰতে প্ৰকাশ নকৰিলে থাকিব নোৱাৰাসকলৰ, পোতনীয়া পলস হৈছে পুনৰুক্তি বা নিজৰ সঘন অনুকৰণ। মহাকবি ৰবীন্দ্ৰনাথ মোৰ আৰু বেছি শ্ৰদ্ধাৰ্হ হ'লহেঁতেন যদি তেওঁ কিছু কম লেখিলেহেঁতেন ! এই বিপদৰ আংশিক অতিক্ৰম হৈছে আংগিক পৰিবৰ্তন। পুনৰুক্তিৰ জ্বালাতনত মই ছুটি লিৰিক ( ব্যক্তিগত আবেগাত্মক পদ্য ) লেখিবলৈ এৰি খণ্ড-কাব্য-প্ৰয়াসত ধৰিছিলোঁ। প্ৰায় ২৪ বছৰ মান চেষ্টা কৰিলোঁ কিন্তু এখনো খণ্ড-কাব্য বা দীঘল পদ্য এটাও সম্পূৰ্ণতাৰ আস্বাদ ৰাখি

শেষ কৰিব নোৱাৰিলোঁ। গতিকে ছপাশাললৈ যোৱাৰ আগলৈকে ঘঁহা পিহাত যি ৰূপ পালে তাকেই পাঠকৰ আগত অসন্তুষ্ট বিড়ম্বনাত ডাঙি ধৰিলোঁ। মোৰ কোনো কৈফিয়ৎ নাই—কোনো কোনো শাৰী, কোনো কোনো উপমা হয়তো উত্তীৰ্ণ হৈছে এই আশা কৰাৰ বাহিৰে। নহ'লে, সাৰ্বিক গঠনৰ প্ৰচেষ্টা এটা উত্তীৰ্ণ হোৱাৰ আভাস সহৃদয় জনে পালেই মোৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি ভাবিম। বৰ্ণনাত্মক কাব্যত স্তৱভেদৰ পৰম্পৰা পুৰণি অসমীয়া সাহিত্যত আছে। প্ৰধানতঃ লিৰিকধৰ্মী কাব্যতো তাৰ প্ৰচেষ্টা নতুন নহয়। কোনো প্ৰকাৰৰ নতুনত্বৰ দাবি মোৰ নাই। বৰং কিছুমান আংগিকৰ সচেতন অনুকৰণ স্বীকাৰ কৰি লৈছোঁ।

এইবাৰো আগৰবাৰৰ দৰে ইংৰাজী আৰু ফৰাচী মূলৰ পৰা অনূবাদিত দুটা দীঘল কবিতা ইয়াত সন্নিবিষ্ট আছে। ফৰাচীৰ পৰা কৰা অনুবাদটোৰ বিষয়ে অবিনয়-দুষ্ট হ'লেও একাষাৰ কথা দোহাৰিব লাগিব। ফৰাচীৰ পৰা ইয়াক প্ৰত্যক্ষ ভাবে অনুবাদ কৰা হৈছে। ফৰাচীৰ ইংৰাজীৰ অসমীয়া অনুবাদ দেখিছোঁ উৰিয়া ভাষা—ভাষী মহিলাৰ দ্বাৰা। ফৰাচীৰ ইংৰাজীৰ বঙালীৰ অসমীয়া অনুবাদো চকুত পৰিছে। যি অলপ ফৰাচী মই জানোঁ সেইখিনিৰ পৰাও ফৰাচী ৰচনাৰীতিৰ বৈশিষ্ট্য মই লক্ষ্য কৰিছোঁ। ইংৰাজী বা বঙালীতকৈ ফৰাচীৰ আস্বাদ বেলেগ। যিহক, এই কবিতা দুটা অনুবাদ কৰাৰ একমাত্ৰ কাৰণ হৈছে এই আশা ঃ যাতে এই কবিতা দুটাৰ ৰচনা কৌশল আৰু গঠন প্ৰণালীৰ প্ৰভাৱত মোৰ নিজৰ ৰচনাৰ কিছু উৎকৰ্ষ সাধন হয়। ফৰাচী কবি চেণ্ট-জন পেৰ্চৰ অনুকৰণে মোক আটাইতকৈ বেছি উপকাৰ কৰিছে। অসমৰ গাৱঁৰ নৈসৰ্গিক দৃশ্য আৰু জীৱন যাত্ৰাৰ উপাদানত মই মোৰ এই প্ৰিয় কবিজনৰ ৰচনা কৌশল অতি সচেতন ভাবে প্ৰয়োগ কৰিছোঁ। এই ৰচনা কৌশল অৱশ্যে তেওঁৰ সম্পূৰ্ণ নিজস্ব কৃতি নহয়। কোনো ৰচনা কৌশলেই কোনো লেখকৰ সম্পূৰ্ণ নিজস্ব হব নোৱাৰে—ই পৰম্পৰা সঞ্চাৰিত। তাৰ ভিতৰতে লেখকৰ ব্যক্তিগত বৈশিষ্ট্য থাকে। ফৰাচী কবি পল ক্লোদেলৰ ৰচনা নাথাকিলে পেৰ্চৰ লেখা ঠিক এনেকুৱা কিজানি নহ'লহেঁতেন, আনকি ব'দলে'ৰ মালামে', ৰ্যাঁবো কাব্য প্ৰবাহ নথকা হ'লেও কিজানি নহ'লহেঁতেন। আনফালে আংগিক বা ছন্দবন্ধনো হয়তো বাইবেল বা মধ্যযুগীয় ফৰাচী মহাকাব্যৰ ছন্দবিশেষ 'লেচ' ( Laisse ) নোহোৱা হ'লে এনেকুৱা

নহ'লহে'তেন। অসমীয়াত সুদীৰ্ঘ বা বিচিত্ৰ পৰম্পৰা নাই কিন্তু পৃথিবীৰ সকলো সাহিত্যই আমাৰ উত্তৰাধিকাৰ।

ইংৰাজী ভাষাৰ কবি টি, এছ, এলিয়টৰ পৰা মই চেষ্টা কৰিছোঁ গঠন কৌশল আয়ত্ব কৰিবৰ। যি মূল ইংৰাজী কবিতাটোৰ মই অনুবাদ কৰিছোঁ, পাশ্চাত্য শাস্ত্ৰীয় সংগীতৰ এটা বিশিষ্ট শ্ৰেণীৰ গঠন প্ৰণালীৰ ঘনিষ্ট অনুকৰণে তাত এটা স্বকীয় মাত্ৰা যোগ কৰিছে। মোৰ মতে অৱশ্যে এই ঘনিষ্ট অনুকৰণে কাব্য গুণৰ সম্বৃদ্ধি অনা নাই বৰং কেতিয়াবা তাক খৰ্ব কৰিছে। ফৰাচী কবি স্তেফান মালামেঁই কাব্য আৰু সংগীতৰ সম্পৰ্কৰ অন্য এটা তাৎপৰ্য শব্দ আৰু স্বৰৰ সমীকৰণৰ ধাৰণাৰ মাজেৰে আনিবৰ চেষ্টা কৰিছিল। সি ব্যৰ্থ হৈছিল। গঠন প্ৰণালী বা আংগিক বা কোনো শব্দ, ধ্বনি অথবা স্বৰৰ ওপৰত দিয়া অনুপাতহীন গুৰুত্বই কাব্যগুণ হ্ৰাস কৰাৰ সম্ভাৱনা। কাব্যামৃত ৰসাস্বাদ অখণ্ড অনুভব।

যোৱাবাৰৰ কিতাপখন উলিয়াওঁতে ভাবিছিলোঁ সিয়েই হ'ব মোৰ প্ৰথম আৰু শেষ পদ্য সংকলন। দেখা গ'ল আৰু এখন সংকলন উলিয়াবলৈ সময়ে অনুমতি দিলে। যোৱাবাৰৰ সংকলনখন ব্যক্তিগত চিঠিৰ দৰে ব্যৱহাৰ কৰিবলৈ অনুৰোধ কৰিছিলোঁ। এইবাৰ মই সমালোচনা প্ৰত্যাশা কৰিছোঁ। যিমানে কঠোৰ হয় সিমানে মই ভাল পাম। ইও এটা আত্মনিপীড়নৰ মাৰ্গ। লগে লগে উৎকৰ্ষৰ অনুধাবনৰো।

কিতাপখনৰ কাৰণে মোৰ শলাগ মোৰ ছাত্ৰ আৰু বন্ধু কবি হীৰেন ভট্টাচাৰ্যলৈ। তেওঁ সদুপদেশ নিদিয়া হ'লে কিজানি কিতাপ নোলালহে'তেন। কাৰণ মোৰ ধৈৰ্য বৰ সীমাবদ্ধ।

অজিৎ বৰুৱা

গুৱাহাটী ১৫/৬/৮৯

দ্বিতীয় মুদ্ৰণৰ টোকা ঃ এই কিতাপখনৰ দ্বিতীয় মুদ্ৰণৰ দায়িত্ব গুৱাহাটীৰ প্ৰকাশন সংস্থা 'বনলতা'ই লবলৈ সম্মত হোৱাত সেই সংস্থালৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

গুৱাহাটী ১/১/৯২ অঃ বঃ

## ব্ৰহ্মপুত্ৰ

### পূৰ্বাৰ্ধ

অনবতপ্ত হ্ৰদ, স্বয়ম্ভু মণ্ডল, অষ্টদল-শয্যা
কৈলাস শিখৰৰ ছাঁত

পৃথিবীৰ আৰম্ভৰ লগে লগে……
পান্নাৰ ৰঙৰ বালিয়েদি মোৰ পুষ্প-সমৰ্পণ

ৰম্ বহ্যাত্মকং পুষ্পম—অগ্নিগৰ্ভ পুষ্প

ঐং।

নমঃ সদ্‌গুৰবে তুভ্যং ভুক্তিমুক্তি প্ৰদায়িণে।

জপমালা গণি তেওঁ বাটকুৰি বায়
শিবগাট্‌চে চহৰ তেওঁ বাওঁফালে পায়
জায়ুল চুৰ হাত ধৰি পুৱে ফালে যায়।          ১০
ৰহস্য-সন্ধানী কাঠৰ টুকুৰাবোৰ
উটি যায় নিৰুদ্দেশ হৈ
ৰহস্য ৰহস্য ৰয়
ট্‌চাংপো ট্‌চাংপো।

"বুদ্ধৰ বাণী সঁফুৰাত সংগোপিত সোণৰ সোলেং ?
নহয়
কপূৰৰ দৰে হক সৰ্বত্ৰ বিলীন।

মোৰ সময় হ'ল।"
তথাপি ভকত জনে কান্দে
এবাৰ......দুবাৰ তিনিবাৰ ২০
শিল নিৰ্ভাৱ হয়
কিন্তু
শেষ জয় আন্ধাৰ মৃত্যুৰ

"ৰাগা ৰাগা পোহৰৰ মৰণত"

চে'চেন দোৰ্জেটান মহাসিংহ হীৰক-কোষাগাৰ
তেওঁৰে প্ৰথম মৃত্যু,
দ্বিতীয় জেকৰ টমাছৰ
খ্ৰিষ্টৰ শুভ বাত্ৰা বহুকুত বহুৰাই।
তৃতীয় মৃত্যু **হৰদত্ত ঢেঁকেৰী**ৰ।
আই চামুণ্ডাৰ বিধানত ৩০
সকলো **তন্ত্ৰই** প্ৰতিশ্ৰুতি হন্তা

আত্মতত্বায় স্বাহা

## প্ৰতিশ্ৰুত দেশ ঃ ৰামধেনু-প্ৰপাত

পেমাকো, দোৰ্গে পাগমো
সেই প্ৰতিশ্ৰুত-ভূমিৰ তোৰণত
আকাশলংঘী দ্বাৰপাল
গিয়ালা পেৰি নামচা বাৰ্ৱা
হীৰক-ববাহীৰ উত্তুংগ স্তনলৈ চকুৰ মণিত মোৰ
হাতৰ পতাৰ ছাঁ।
তললৈ, আৰু তললৈ, তিনিফালে অতল কন্দৰ।
মহাবাহু পাতালত তোমাৰ ৰহস্যৰ সন্ধান হওক! ৪০

যৌথ-অবচেতনত
প্ৰতিশ্ৰুত দেশ প্ৰত্যেক জাতিৰ—কাঁচি জোনৰ মৌজোল
প্ৰতিশ্ৰুত অধ্যায় প্ৰত্যেক জীৱনৰ। প্ৰিয়াৰ ওঁঠৰ সোণালী ৰাং পতা
শেষ হয় কেঁকনিত। হৃদয়ৰ অঙ্গীকৃত ভূমি
সদায়ে অস্পষ্ট তাৰ ভৌগোলিক স্থিতি।
অঙ্গীকৃত দেশ তেজ শোহা মাখিৰ কবলত
আইনাৰ পৰ্বতত গোমচেঙৰ ফতুৱাত
দেখা যায় অলেখ টাপলি। অথবা শূন্যতা

“প্ৰত্যেক তন্ত্ৰই প্ৰতিশ্ৰুতি-হন্তা—প্ৰত্যেক তন্ত্ৰই”

কিন্তু ৫০

ৰামধেনু-প্ৰপাতত আন্ধাৰ ৰাতিৰ ৰামধেনু
কেনে মনোমোহা, কিমান ভীষণ
আশ্চৰ্য বোধক চিনৰ বাহিৰে
আৰু কি আছে বাক্য বিন্যাসৰ জলতৰংগত?

বামধেনু প্ৰপাতৰ জলেৰে তৰ্পণ হয়
চোকৰ চেই হ্ৰদৰ জলত ?

"দেখে পুণ্যবানে হ্ৰদৰ জলত অনন্তৰ জলছবি"
"দেখে পুণ্যবানে দিব্যদৃশ্যাবাজী নিজ হৃদ-হ্ৰদ ব্যাপী"

এটা প্ৰথম চিণাক্তকৃত, প্ৰথম নামাংকিত ফুলৰ
গোন্ধ ! হিৰণ্যগৰ্ভ বৈদূৰ্য-নীল। নীলা আফুফুল ৬০
মেকোনোপ্চিচ্ বেইলিয়ি—! এখন নবাবিস্কৃত
দেশৰ ক্ষিতি-সৌৰভ !! এটা প্ৰথম-দেখা চৰাই
ছাই-নীলা ৰং তাৰ শুকুলা জ……
ক্ৰচপ্টিলন্ হাৰমানি।

"অকল্পনীয় তাৰ তৰু তৃণৰ ঐশ্চৰ্য"
আঃ কি অভাবনীয় জলধাৰাৰ শক্তি
ইয়েই আছিল আকাংখিত হে পৰ্বতাৰোহী
নিৰ্ভৰ হৃদয়। সেয়ে লাগে পৰ্বতৰ প্ৰচ্ছন্ন প্ৰণয়।

## নীল-পক্ষম পখী — ক্লচাপ্ডলন্ হাৰমানি

পখী ঐ বৰৌবিহ নুখুৰাওঁ প্ৰাণে মাৰিবলৈ

খুৰাওঁ বোলাবলৈ নীলা

পাখী যেনে নীলা বুকু তেনে নীলা

নৈৰে ৰঙেৰে মিলা

ওখকৈ পৰ্বতত চাকৈকৈ চকোৰা

বগাকৈ বৰফত পৰে

তেজৰে বুলীয়া পাখী হেঙুলীয়া

ব'দত চিকেমিকে কৰে

হিলৈ নেমাৰিবা হিলৈ নেমাৰিবা

চাকৈ গৈ বৰফত পৰে

চকোৰাৰ বিননিত পৰ্বতৰ কুৰুঙত

সুৰুযৰ চকুলো সৰে

নাই নাই নাই নাই নাই নাই

পৰ্বতৰ প্ৰচ্ছন্ন প্ৰণয়

পৰ্বতৰ প্ৰচ্ছন্ন প্ৰণয়

চকোৰাক দয়া যদি কৰোঁ

পৰ্বতৰ ৰহস্যৰ সমাধা নহয়

ৰহস্যৰ সমাধা নহয়

গুচি যায় নিৰ্ভয় হৃদয়

গুচি যায় নিৰ্দয় হৃদয়

## প্ৰভুৰ সেৱকৰ আগমন

হাজাৰ সোণাৰু পাহিৰে যেন পাদুৰিব দেহ
পুষ্পাঞ্জলি সমৰ্পিত। আকাশাত্মকং পুষ্পম্ ৯০

ইস্বৰৰ চিহ্ন কিয় ম্ৰিত্যু ? যীশুৰ, জেকৱ টমাছৰ ?
ঈশ্বৰৰ চিহ্ন কিয় পৰিপূৰ্ণ জীৱন নহয় ?
ভাত……কাপোৰ……পিয়াহৰ পানী
মুৰৰ ওপৰফালে এখনি খেৰৰ ছাল ?

“বাগা ৰাগা পোহৰৰ মৰণত”

ইস্বৰৰ চিন। ইয়াতেই ধৰম প্ৰৱৰ্তোৱা,
ম্ৰিত্যুৱেই ইস্বৰৰ আগ্যা। গছ পৰে সৰ্ব
সৰ্কতিমানৰ ইস্যা মতে

“কিন্তু অসমিয়া ভাষা ব্ৰহ্মপুত্ৰ নদিৰ সোঁতৰ
নিচিনাকৈ ৰাজ্যৰ মাজত একেদৰে চলি আছে আৰু ১০০
আগলৈকো চলিব।”
কং কামৰূপায় নমঃ

## মুক্তিত নিস্পৃহ যিটো

শ্ৰীমাধব জন্মিলন্ত মোহোৰ উত্তৰ তীৰে
মঞি ভৈলোঁ অতি হৰষিত
যেহিসে উত্তৰ তট সেহিসে দক্ষিণ তট
মোহোৰ প্ৰব্ৰজ্যা আচৰিত
যতমানে তীৰ বাসী তাহান কাব্যৰ নিষ্ঠা
ৰাখিবাহা হৃদয়ে সঞ্চিত
জানিবাহা শ্ৰীমাধব হৃদয়-সন্ধানী কাব্য
সৰ্ব অগ্ৰে কৰিলা ৰচিত ১১০
বৰ্ণনা প্ৰাধান্য ছাড়ি ভাবাবেগ সাৰ কৰি
প্ৰথম কৰিলা কাব্য সৃষ্টি
তাহান সন্তান যত কাব্য যশ প্ৰাথী সব
নিৰন্তৰে তাহে দিবা দৃষ্টি
"হৰিৰ গৃহৰ দ্বাৰে বেত্ৰৰ প্ৰহাৰ যোগ্য"
এই হেন উপমা সৃজিলা
"মাধবৰ নাম সিংহ" ইহেন কল্পনা যাৰ
কাব্য কৰ্ম তাহাঙ্ক শোভিলা।

চাকনৈয়াৰ বং সুদীৰ্ঘ মিত্ৰতাৰ দৰে, য'ত এজন
দীঘল পুৰুষৰ ছাঁ পাক ঘূৰিব খায়। নাৰায়ণপুৰৰ ১২০
বালিত সেই ছাঁ।

## লুইতৰে পানী যাবি অ' বৈ

বন্ধ-কণ্ঠ বহু-কণ্ঠ কবিৰ চকুৰ সোণোৱালী
পানী সন্ধিয়ালৈ বৈ যায়।
একেই পানী যি সদায়ৰ আৰু কোনো মুহূৰ্তৰ নহয়।

মই সমকালিক্ সকলোজনৰ
মই সৰ্বদ্ৰষ্টা ত্ৰিকাল ত্ৰিলোক
কৈলাশৰ শিখৰৰ ছাঁৰ পৰা দেখিছিলোঁ
লাহোৰ চহৰ।
বহু-কণ্ঠ কবিৰ হিয়াত বাগৰি যোৱা
নিৰাশাৰ ঢল। ১৩০

মই সৰ্বদ্ৰষ্টা ত্ৰিকাল ত্ৰিলোকঃ
মাটিৰ দেহাৰ আৰু জ্যোতিৰ দেহাৰ
একেটাই সমাপ্তিৰ পথ।
মই সমকালিক্ সকলোজনৰ

পানী বৈ যাব আকাশলৈ
গান বৈ যাব বতাহলৈ
ছবি বৈ যাব নেদেখালৈ
মাটিৰে দেহাটি মাটিতে মিলিব
প্ৰাণ যাব শূইণৰ পৰা—
শূণ্যতালৈ। ১৪০

## ৰাম্‌ছা পাহাৰত বৰ নৈ

বৰনৈয়ে ভৰা মাতেৰে যে বালিৰ আগত সৈ কাঢ়ে—
পৰ্বতৰ কুৰুঙে তাৰ ৰিং শোহে সুণীয়া চিকিমিকিব
উত্তৰত।

শুনে চৰাইবোৰেও—কপৌহালে পতিয়ন যায় নে ?
—নে কাঞ্চন ফুলৰ ডালব পৰা বিশ্বাস হত্যাৰ ওজৰ তোলে ?

বৰনৈৰ কলপতীয়া পানী সাগৰে নেদেখে—দেখে
আম্ৰাজুৰিৰ, ধেনুখন্দাব খুদু ভাঙৰীয়ে এহালিচা মাটি
খুজি লৈ যোৱা।
কোটোহা বাঁহৰ বুৰুজত বৰনৈয়ে কেবল হাও খেলে ১৫০

পাহৰি যায় পাহাৰৰ আহ্বান।

কলপটুৱাত উটি যায় দুকুৰি মাটিৰ চাকি
কিন্তু অনন্তই একো অংগীকাৰ নকৰে
জেঠত, শাওনত, আহিনত
কপালৰ ঘামৰ টোপাল জাহ যায় কোবাল সোঁতত।

ঘৰব ভাতলৈ হুমুনিয়া ভটিয়ায়
ৰূপহী মাজুলীত।
ক'বে নাৱৰীয়া—
চন্দামাছৰ ৰূপালী পিঠিত চকুৰ চোৱ'ৰ থিব ?

## কৰ্ণিপতীয়া সেৱা

চোলি মাৰ্গ ছাবি মাৰ্গ অনেক মুক্তিৰ মাৰ্গ 160
তথাপি নিবৃত্তি নাই ঈৰ্ষাৰ, লোভৰ।
মৰুভূমিত, তাপিত সন্ন্যাসী প্ৰাণে
শেষ শান্তি লাভ কৰে আত্মহননত।
দেহ মুক্তিৰ ভুক্তিৰ মহামাৰ্গ।
ত্যাগ কিবা অপ্ৰাপ্ত বস্তুৰ ?
প্ৰাপ্তি কিবা ধ্বংসৰ বস্তুত ?
প্ৰশ্ন কিবা উত্তৰত, উত্তৰত প্ৰশ্ন ?
বিবেক ভীৰুতাসিন্ধ, গ্লানি সিন্ধ আত্মমৈথুনত
মুণ্টিৰ মুক্তি শেষ অন্য কাবো নাকৰ আগত
শেষ জয়ী আন্ধাৰ মৰণ 170
বিস্মৃতিত হ'ব পৰাজিত
ইতিমধ্যে
মই পৰিণামদৰ্শী সকলো মাৰ্গৰ

## শগুন্ ঠুটিৰ বালি

আই চামুণ্ডে !
শব সাধনাত ক'ত মোৰ বিচ্যুতি ঘটিল ?
নচচা শূলত ফলালি যে মোৰ দেহা ?
শনিবাৰ অমাবস্যা অপঘাতী চণ্ডালৰ শব
মহাসিন্ধ কাপালিক—ফুৎকাৰিত বীজ মন্ত্ৰ তব ?
ওম্ হ্ৰীম্ ক্লিম্ ফট্ স্বাহা

ওম্ আই মোৰ ১৮০
পুত্ৰঘাতী আই, আই মোৰ
কেঁচাখাতী আই, আই আই, আই
"প্ৰত্যেক তন্ত্ৰই প্ৰতিশ্ৰুতি-হন্তা, প্ৰত্যেক তন্ত্ৰই"
আই, আই, আই মোৰ প্ৰমূল্যহীনা আই

প্ৰাবন্ধ প্ৰাৰন্ধ
"নাই নাই নাই
আত্মনিয়ন্ত্ৰণ নাই, অসমীয়াৰ, ঢেঁকেৰীন
লালুঙৰ, বাইলুঙৰ"

"প্ৰত্যেক তন্ত্ৰই প্ৰতিশ্ৰুতি-হন্তা—প্ৰত্যেক তন্ত্ৰই"

## শৰাইঘাট

ৰছিপ খাঁ, ৰছিপ খাঁ, ১৯০
বাঁকৰাজৰ নেগুৰৰ দৰে তোমাৰ গুড়গুড়ীৰ নলীডাল
বৰফুকনে দেখে নে ?
আমুৰা জুবিৰ ঘাটত ?

বৰহিলৈৰ গাৰ্জনি আৰু শাওণে বুকুত বজোৰা
নাগাৰা সোঁতৰ তললৈ, য'ত ভূমিকম্পৰ ৰাজদণ্ডহে
কেৱল প্ৰভাৱশালী—দিগগজৰ দাঁতেৰে বন্ধোৱা

চিলাৰ পৰ্বতৰ চাৰি কড়া মাটি মোৰ
প্ৰাণৰ হাবিয়াস

ওঁম্ হ্ৰীং বিজয়ায়ৈ ।

## ৰাঙলী বৰুৰজত হংসবেগ

কল্যাণমস্তু হংসবেগ !                                        ২০০
শৰতৰ জোনাকতকৈও বিমল পাটৰ টঙালি
বহুবৰ্ণী বেতে সজা জপাত ভবোৰা,
সোণ-পানী ছটিওৱা নলীয়া সজাত ;
পোৱালী হাইঠাৰ ৰং যেনে তেনে হেন সেউজীয়া
তামোলৰ থোক, কঢ়িয়াই নিয়াঁ—শুভ যাত্ৰা !
জলহস্তীৰ দাঁতত বন্ধোৱা গজ মুকুতাৰ হাৰ
কঢ়িয়াই নিয়াঁ, কঢ়িয়াই নিয়াঁ
কঢ়িয়াই নিয়াঁ জীৰঞ্জীৰক চৰাইৰ স্বৰ
কামৰূপৰ স্বৰ, অসমৰ স্বৰ, ভাৰত, বিশ্ব, ব্ৰহ্মাণ্ডলৈ ।
ক্ষীৰ সাগৰৰ ঢৌতকৈও বগা, হাতীপটিৰ তৰাতকৈও        ২১০
শুকুলা চোঁৰৰ
সিংহমুখী বানৰীৰ গুপ্তাংগৰ গ্ৰন্থিৰ সুবাস
মৌ জোলৰ সমগন্ধী
( যিয়ে আকৌ সুচায় দখলৰ সীমা )
লৈ যোৱাঁ ।
কনৌজ বিহাৰী ৰাজকবি কণ্ঠ যেন
ঝংকৃত হৈ উঠে অনুষ্টুপত ।

সৰ্বং ব্ৰহ্মাৰ্পণং ভৱতু ।

## উত্তৰাৰ্ধ

"তস্মাদিমাং সুৰাং দেবীম্ পূৰ্ণোহহং তাং পিবাম্যহম্।"

পঞ্চমকাৰৰ নিৰ্যাস দেৱীৰ নিৰ্ঝৰত
মদ নহয় মাংস নহয়······ ২২০
শিৱ আৰু শক্তিৰ অনন্ত মৈথুন নিস্যন্দ ব্ৰহ্মাণ্ডৰ
কল্পিত সাৰাৎসাৰ।
ভুক্তি মুক্তি প্ৰদায়িণে!

বিচিত্ৰ জীৱন-মাৰ্গ!
ত্যাগৰ বাটেদি যি মুক্তি
ভোগৰ বাটেও সেয়ে?
ইন্দ্ৰিয়ৰ উপলব্ধি শতগুণ বৃদ্ধি
সেই এক মাৰ্গ
আৰু এক হ'ল ভোগ বঞ্চনাৰ?

সাগৰ সংগম যেন বিশ্বব্যাপী প্ৰসাৰিত স্বস্তিৰ নিশ্বাস! ২৩০
সাগৰ অম্বৰ য'ত অম্বৰ সাগৰ। ভীম ভেৰী মন্দ্ৰ

সপ্তকত। যাত্ৰা য'ত বিৱৰ্তিত স্তব্ধ। অথবা অনন্ত
যাত্ৰা চিৰ নিস্পন্দিত।

## টোকা

পূৰ্বাৰ্ধঃ পদ্যটোৰ আংগিকৰ এটা আধাৰ নিৰ্মাণ কৰিবলৈ তাক মই তান্ত্ৰিক সাধনাৰ কিছুমান পৰ্বৰ লগত সংযুক্ত কৰিবলৈ চেষ্টা কৰিছোঁ। ইয়াতেই কৈ থোৱা ভাল যে তান্ত্ৰিক আচাৰত মোৰ কোনো বিশ্বাস নাই। ব্ৰহ্মপুত্ৰ বৌদ্ধ তন্ত্ৰৰ দেশৰ পৰা উদ্ভূত। তদুপৰি বজ্ৰযান পন্থাৰ উদ্ভাৱক উগিয়েন বিমপোচে বা লামা পদ্মসম্ভৱ ধৰ্ম প্ৰচাৰৰ কাৰণে ৭৪৭ খৃঃ অত সম্ভৱতঃ পশ্চিম অসমৰ পৰাই তিব্বতলৈ যায়। সেই হিচাপেও তান্ত্ৰিক সাধনাৰ লগত অসম আৰু তিব্বতৰ সম্বন্ধ আছে ব্ৰহ্মপুত্ৰ আৰু চাংপোৰ যোগসূত্ৰৰ দৰে।

তান্ত্ৰিক সাধনাৰ পূৰ্বাৰ্ধ পৰ্যায়ত প্ৰথমতে সাধকে টোপনিৰ পৰা উঠিয়েই নিজ গুৰুক সহস্ৰদলকমলস্থকৃত পূজা কৰে। এই সাধনাৰ বিভিন্ন পৰ্বৰ ক্ৰমৰ কাৰণে পাঠকে ইচ্ছা কৰিলে অগেহানন্দ ভাৰতী ৰচিত 'দ্য তান্ত্ৰিক ট্ৰাডিশ্যন' (লণ্ডন, ১৯৭০)ৰ পৃঃ ২৪৩-ৰ পৰা চাব পাৰে, আৰু পদ্যটোৰ কিছুমান শাৰী বা বাক্যাংশ বা বিশেষকৈ শ্লোকৰ লগত সংযোজিত কৰিব পাৰে। যদিও সি সম্পূৰ্ণ নিষ্প্ৰয়োজন।

আকৌ কওঁ যে তান্ত্ৰিক আচাৰত মোৰ কোনো বিশ্বাস নাই। কোনো ৰকমৰ ধৰ্মাচাৰতো। কিন্তু ধৰ্মৰ উৎসৱ, আচাৰ বিলাকৰ আবেগ কল্পনা কৰিবৰ চেষ্টা কৰোঁ। সংস্কৃত ব্যৱহাৰ কৰিলে হিন্দুৱানীত অভিযুক্ত হ'ম এই ভয় সম্পূৰ্ণ অৱজ্ঞা আৰু উপেক্ষাৰ যোগ্য। ধ্বনি মাহাত্ম্যত ইমান সুন্দৰ ভাষা পৃথিৱীত আৰু আছে বুলি ভাবিবলৈ টান। তদুপৰি, ভাৰতীয় সংস্কৃতি বুলি কিবা যদি আছে, তাৰ প্ৰধান বাহক সংস্কৃত ভাষা।

মোক আকৃষ্ট কৰে কল্পনাৰ প্ৰসাৰে, মানুহৰ জীৱন চিন্তাৰ বৰ্ণাঢ্য পেখমে। কোনো বিশিষ্ট গ্ৰন্থীৰ চিন্তাধাৰাৰ প্ৰতি মোৰ মন নিৰপেক্ষ। সাৰগ্ৰাহী বা পল্লৱগ্ৰাহী—একেটা কথাকে বুলি বহুতে কব পাৰে।

১৯২৩ চন মানত মই অল্ডাচ হাক্সলিয়ে কুসংস্কাৰৰ বিষয়ে লেখা ৰচনা পঢ়োঁ—আমাৰ পাঠ্য কোনো ৰচনা পুথিৰ অন্তৰ্ভুক্ত আছিল। তাত পাওঁ জাপানী সন্যাসী একাই কাৱাগুচি লিখিত "তিব্বতত তিনি বছৰ" (থ্ৰি ইয়াৰজ্ ইন টিবেট্)ৰ উল্লেখ। তেতিয়াৰ দিনৰ কাৰ্জন হল পুথিভড়ালত সেই কিতাপখন পাই মোৰ কৈশোৰ অন্তৰত কেনেকুৱা ঢৌ উঠিছিল তাক বৰ্ণোৱা অসম্ভৱ। যিহক, সেই

কিতাপখন মই পঢ়িলোঁ, বিস্ময়াভিভূত হলোঁ। ব্ৰহ্মপুত্ৰৰ ওপৰত পদ্য লেখিবলৈ মই ওৰে জীৱন আশা পালি আহিছোঁ। মোৰ বাল্যবাঞ্ছা ব্ৰহ্মপুত্ৰৰ পাৰৰ ঘৰ অপূৰ্ণ ৰ'ল কিন্তু মোৰ গৰ্ব শতাধিক ফুলাম গছ তাত মই ৰুলোঁ। কাৱাগুচিৰ কিতাপখনত ব্ৰহ্মপুত্ৰৰ উৎস মানস সৰোবৰৰ বৰ্ণনা, ট্চাংপো নৈৰ কথা বহুতো আছে।

সেই কিতাপখন শেষতগৈ ভাগ্যক্ৰমে মই কিনিবলৈ পালোঁ কাঠমাণ্ডুত ১৯৮০ চনত। "অনবতপ্ত হ্ৰদ, স্বয়ম্ভু মণ্ডল, অষ্টদল শয্যা" আদি তাৰ পৰা লোৱা (একাই কাৱাগুচি : থ্ৰি ইয়াৰ্জ ইন টিবেট কাঠমাণ্ডু ১৯৭৯, পৃঃ ১৪১)

শাৰী ৪-৭ : তান্ত্ৰিক সাধনাৰ পৰ্ব। (অগেহানন্দৰ পূৰ্বোল্লিখিত গ্ৰন্থ, পৃঃ ২৪৫ আৰু তৎপৰৱৰ্তী)।

শাৰী ৭-১৩ : ১৯ শতিকাৰ ভূগোলবিদ সকলৰ বাবে পৃথিবীৰ সৰ্বজটিল নদী ৰহস্য আছিল দুটা : নীল নদীৰ উৎস, আৰু ট্চাংপো নদীৰ মোহনা— ক'ত গৈ ই পৰিছে। ১৮৮৮ চনত কিন্থুপ নামৰ এজন চিকিম দেশৰ লোকক ভাৰতীয় সবেক্ষণ বা চাৰ্ভে অফ ইণ্ডিয়াই ট্চাংপো আৰু ব্ৰহ্মপুত্ৰ এখনেই নদী হয় নে নহয় তাৰ অন্বেষণ কৰিবলৈ নিযুক্ত কৰে। বিচিত্ৰ সেই অন্বেষণ! ৰোমাঞ্চকৰ সেই পৰিব্ৰজন! নজনাকৈয়ে তেওঁ পৃথিবীৰ জটিলতম নদী ৰহস্য এটাৰ সমাধান কৰিলে।

যেতিয়া তেওঁ ঘূৰি গৈ ভাৰতীয় সৰ্বেক্ষণৰ আগত নিজৰ অভিজ্ঞতা বৰ্ণনা কৰিলে কোনেও তেওঁক বিশ্বাস নকৰিলে। অন্যাই পোৱা পুৰস্কাৰো তেওঁ নাপালে। শেষত তেওঁ দাৰ্জিলিঙত দৰ্জি হৈ জীৱিকা নিৰ্বাহ কৰিছিল। বহু চেষ্টাৰ ফলতো তেওঁ চৰকাৰৰ পৰা পেন্সন নাপালে। এটা এক কালীন দান পাইছিল।'

কিন্থুপক কাম দিয়া হৈছিল যে তেওঁ ট্চাংপোত কাঠৰ টুকুৰা উটুৱাই দিব। সেই টুকুৰা অসমলৈ ব্ৰহ্মপুত্ৰয়েদি ভাহি আহে নে নাই তাকে চাবলৈ মানুহ ৰখীয়া থোৱা হৈছিল। তিব্বতৰ বিপুং নামে ঠাইৰ পৰা কিন্থুপে এফুট এফুট দীঘল ৫০ ডোখৰ কাঠ ট্চাংপোত পেলাইছিল আৰু সেই খবৰো ভাৰতীয় সৰ্বেক্ষণক জনাইছিল কিন্তু কাঠৰ টুকুৰাৰ বাবে নজৰ ৰখাটো আগেয়েই বন্ধ কৰা বাবে ট্চাংপো আৰু ব্ৰহ্মপুত্ৰ যে একেটাই নদী সেইটো সেইবাৰ প্ৰমাণ নহল। কিন্থুপে জৰীপটো কৰিবলগীয়া হৈছিল চোৰাংকৈ। দূৰত্ব জোখাৰ বাবে তেওঁক

সজুলি দিয়া হৈছিল ১০টা মণি থকা এডাল জপমালা। এহেজাৰ খোজত এটা মণি, এই হিচাপত দূৰত্ব নিৰ্ণয় কৰা হৈছিল। কিন্তু পৰৱৰ্তী জৰীপকাৰী সকলক বোলা হৈছিল 'পণ্ডিত'। ১৮৬৬-ৰ পৰা ১৮৮৬লৈ তেওঁলোকে জপমালা গণি গণিয়েই বহুতখিনি জৰীপৰ কাম সমাধা কৰিছিল।

ট্চাংপোৰ ৰহস্য হৈছে যে তিব্বতত যি বিন্দুত ই হেৰাই গৈছে সি হৈছে সমুদ্ৰ পৃষ্ঠৰ পৰা ৯ হাজাৰৰ পৰা ১০ হাজাৰ ফুট উচ্চতাৰ ভিতৰত আৰু য'ত ইয়াক অসমত পোৱা গ'ল সেই ঠাই সমুদ্ৰ পৃষ্ঠৰ পৰা মাত্ৰ ৫০০ ফুট ওপৰত। এই দুই বিন্দুৰ দূৰত্ব হ'ল পোনে পোনে মাত্ৰ ১২০ মাইল। তাৰ অৰ্থ এই যে ১২০ মাইলত এই নদী অন্ততঃ ৮৫০০ ফুট তললৈ নামি আহিছে। সেয়ে যদি হয়, ভূগোলবিদ সকলৰ দূৰকল্পী অনুমান আছিল যে তেনেহলে নায়েগাৰা জলপ্ৰপাত ( প্ৰায় ৩২৫ ফুট ) তকৈও ওখ জলপ্ৰপাত মাজতে ক'ৰবাত ক'ৰবাত থাকিব লাগিব। কিন্তু শেষত দেখা গ'ল জলপ্ৰপাত নাই, আছে গভীৰ কন্দৰ।

শাৰী ৯ ঃ শিবগাট্চে ঃ ট্চাংপোৰ পাৰত থকা এখন নগৰ। তিব্বতৰ দ্বিতীয় বৃহত্তম—পাঞ্চেন লামাৰ মঠ ইয়াতেই। এই নগৰখনৰ অৱস্থিতি বৰ গুৰুত্বপূৰ্ণ। কাৰণ তিব্বতীয় ভাষাত ট্চাংপো মানেই নদী। তিব্বতৰ কেইবাখনো নদীৰ নাম ট্চাংপো। ব্ৰহ্মপুত্ৰৰ লগত সংযুক্ত ট্চাংপো হ'ল সেই খন যিখন শিবগাট্চে নগৰৰ কাষেৰে বৈছে। অন্য ট্চাংপোৰ লগত পাৰ্থক্য সূচাবলৈ এইখন ট্চাংপোক বোলা হয় ট্চাং চুউৰ নাৰি চু। এই নগৰৰ দ্ৰাঘিমা আৰু অক্ষৰেখা ১৭৮৩ খৃঃতে নিৰূপণ কৰা হয়। ইউৰোপীয় ভূগোলবিদ সকলৰ মধ্য উনৈশ শতিকাতো শিবগাট্চে ট্চাংপোৰ বিষয়ে অনুমান আছিল ই গৈ চীনৰ য়াং চিকিয়াং নদীত পৰিছে। এশ বছৰ ধৰি এই সমস্যাৰ সমাধান হোৱা নাছিল। ১৮৬৫-৬৬ চনত নৈন সিং বোলা এজন ভাৰতীয় সৰ্বেক্ষণৰ দ্বাৰা নিযুক্ত মানুহে লাছা নগৰৰ ওচৰৰ চামায়ে চহৰৰ পৰা শিবগাট্চে ট্চাংপোৰ পাৰ ধৰি ট্চেটাং বোলা ঠাই এখনলৈ যায় আৰু তাৰ পাছত পৰ্বতমালা পাৰ হৈ ১৮৭৪ চনৰ ডিচেম্বৰৰ ২৪ তাৰিখে টৱাং আহি পায়, তাৰ পাচত আমাৰ ওদালগুৰি। লক্ষণীয় টৱাং আৰু গুৱাহাটী প্ৰায় একে দ্ৰাঘিমাৰ ওপৰত অৱস্থিত।

শাৰী ১০ ঃ জায়ুল চু ঃ তিব্বতৰ দক্ষিণ ভাগৰ জায়ুল জিলাৰ ভিতৰেদি বোৱা নৈ বিলাকৰ ভিতৰত প্ৰধান। ইয়েই শেষত লোহিত নাম ধৰি ব্ৰহ্মপুত্ৰৰ উপনদী হৈছে গৈ। জায়ুল জিলাক ইয়াৰ প্ৰধান চহৰ ৰিমাৰ লগত যুক্ত কৰিছে

ভাৰতবৰ্ষত জনাজাত। ৰিমা তিব্বত-ভাৰত বাণিজ্যৰ এখন প্ৰধান ঠাই আছিল।

শাৰী ১৫-২৩ আৰু ২৫-২৬ (কাৰাগুচিৰ ওপৰোক্তঃ পৃ ১৫-২০)। লামা চেংচেন দোৰ্জেচানক ১৮৮৭ চনৰ জুন মাহৰ এটা দিনত শিল বান্ধি ব্ৰহ্মপুত্ৰত বুৰাই মৰা হয়। তাত ব্ৰহ্মপুত্ৰৰ নাম 'কোনবো'। তেওঁৰ অপৰাধ আছিল এই, যে তেওঁ বিচাৰিছিল বুদ্ধৰ বাণী তিব্বতত আবদ্ধ নাৰাখি সকলো মানুহৰ মাজত প্ৰচাৰ কৰিব লাগে। চোংচেন দোৰ্জেচান নামৰ অৰ্থ হ'ল 'মহাসিংহ হীৰক কোষাগাৰ'।

শাৰী ২৪ঃ ইংৰাজ কবি ডিলান টমাছৰ এফাকি কবিতাৰ অনুবাদ।

শাৰী ৩২ ঃ তান্ত্ৰিক সাধনাৰ পূৰ্বাৰ্ধৰ আচমন অংশত উচ্চাৰ্য মন্ত্ৰ। কাব্যময় ব্যঞ্জনাৰ কাৰণে ভাল লাগিছিল।

শাৰী ৩৩ ঃ পেমাকো ঃ ই মোনপা সকলৰ ভবিষ্যবাণী প্ৰতিশ্ৰুত দেশ। ইয়াৰ অৱস্থিতি সম্ভৱতঃ দিবং-লোহিত জলবিভাজকৰ কোনো এঠাইত। কিংডন ৱৰ্ডৰ মতে ই হৈছে ২৯ ডিগ্ৰী আৰু ৩০ ডিগ্ৰী উত্তৰ অক্ষৰেখা আৰু ৯৪°৩০' আৰু ৯৬ ০' পূৰ্ব দ্ৰাঘিমাৰ মাজৰ ঠাই খিনি—তিনি ফালে ট্চাংপোৰ গভীৰ কন্দৰেৰে আবৃত আৰু চতুৰ্থ ফালে হিমতুংগী পৰ্বতমালা (এফ্, কিংডন ৱৰ্ডঃ দ্য ৰিড্ল্ অভ্ দ্য ট্চাংপো গৰ্জ্জ, লণ্ডন ১৯২৬ পৃষ্ঠাঃ ১০৩) মোনপা পুৰাণ কথা মতে ইয়াত এখন আইনাৰ পবিত্ৰ পাহাৰ আছে, আৰু তাৰ চাৰিওকাষে আছে উৰ্বৰ উপত্যকাবিলাক। ১৯ শতিকাৰ আগভাগত কিছু মোনপা লোক এই নাম ট্চাংপো উপত্যকাত বসবাস কৰিছিল। ১৯০৩ চনত কিছুমান তিব্বতীয় লোকে এই প্ৰতিশ্ৰুত দেশৰ সন্ধানত দ্ৰি নৈৰ উৎসত থকা জায়ুল গিৰিসংকট পাৰ হৈ আহি মিপি বোলা এখন ঠাইত উপস্থিত হয়। এই দ্ৰি নৈ মাতুন নৈৰ লগত যুক্ত হৈছে আৰু মাতুন নৈ হৈছে ব্ৰহ্মপুত্ৰৰ মূল উপনদী তিনিটাৰ এটা দিবং নৈৰ উৎস। ১৯০৯ চনত এই তিব্বতীয় সকল ঘূৰি যায়—এই কৰুণ উপলব্ধি লৈ যে কোনো স্বপ্নাদিষ্ট দেশৰ অস্তিত্ব নাই।

শাৰী ৩৩ ঃ দোৰ্গে পাগমো ঃ হীৰক বৰাহী (তিব্বতীয় ভাষাত বুডো বুজে ফাগমো) ঃ বজ্ৰযান বৌদ্ধ ধৰ্মৰ দেবী। বহু পৰিমাণে হিন্দু শাক্ত পন্থাৰ শক্তিৰ ধাৰণাৰ লগত তুলনীয়। হীৰক-বৰাহীৰ অৱতাৰ ট্চাংপোৰ ওচৰৰ চামডিঙৰ সন্যাসী মঠত থাকে বুলি এটা বিশ্বাস প্ৰচলিত। এই মঠ য়াম্-দ্ৰোক-চো নৈৰ পাৰত।

শাৰী ৩৬ ঃ গিয়ালা পেৰি, নাম্‌চা বাৰ্‌ৱা গিয়ালা পেৰি ২৩৪৬০ ফুট ওখ হিমালয়ৰ টিং। "নিজৰ মহিমাতেই ই পৃথিৱীৰ বৃহৎ পৰ্বত সমূহৰ ভিতৰত এখন কিন্তু যিয়ে ইয়াক অতি বিস্ময়কৰ কৰিছে সি হৈছে যে তাৰ মাত্ৰ ১৩ মাইলৰ ভিতৰতে আছে ২৫৪৪৫ ফুট ওখ নাম্‌চা বাৰৱা টিং। এই দুই শৃংগৰ মাজেদি, গিয়ালা পেৰিৰ ১৪ হাজাৰ ফুট তলেদি আৰু নাম্‌চা বাৰ্‌ৱাৰ ১৮ হাজাৰ ফুট তলেদি বৈছে ট্‌চাংপো নদী। এই দুই শৃংগক হীৰক বৰাহী দোৰ্গে পাগমোৰ দুই স্তন বুলি বজ্ৰযান পন্থাৰ লোকৰ বিশ্বাস। এই দৃশ্য জলধাৰাৰ শক্তিৰ এটা নিদৰ্শন—গ্ৰ্যাণ্ড ক্যানিয়নত কোলোৰাডো নৈৰ শক্তিৰ দৰে চমকপ্ৰদ—এটা কল্পনাশ্ৰয়ী দৃশ্য পটৰ তুল্য" (এফ্, এম্ বেইলী ঃ নো পাছপোৰ্ট টু টিবেট, লণ্ডন, ১৯৫৭, পৃঃ ১২৪)।

শাৰী ৫১ ঃ ৰামধেনু প্ৰপাত ঃ পেমাকো অঞ্চলৰ চাম নামৰ সন্যাসী মঠৰ পৰা প্ৰায় দুই মাইল নিলগত ট্‌চাংপো নৈ চিৰনজি চোগিয়াল নামৰ পৰ্বত শৃংগ এটাৰ পৰা ৫০ ফুট তললৈ পৰাত এটা জল প্ৰপাতৰ সৃষ্টি হৈছে। জলপ্ৰপাতটোৰ তলত এটা হ্ৰদ আছে। জলপ্ৰপাতৰ তলত সকলো সময়তে ৰামধেনু দেখিবলৈ পোৱা যায় (এফ্ এম্ বেইলিৰ আগতে উদ্ধৃত কিতাপ, পৃঃ ২২)

শাৰী ৫৬ ঃ চোকৰচেই হ্ৰদ ঃ ট্‌চাংপো উপত্যকাৰ এটা পবিত্ৰ হ্ৰদ। (এফ্ কিংডন ৱৰ্ড ৰ দ্য ৰিড্‌ল্ অড্ দ্য ট্‌চাংপো গৰ্জিজ' লণ্ডন ১৯২৬ পৃঃ ৩৪)

শাৰী ৬১ ঃ মেকোনোপ্‌চিচ বেয়লিই ঃ এফ্ এম্ বেইলী—যাৰ কিতাপৰ নাম আগেয়ে উল্লেখ কৰা হৈছে, তেওঁৰ দ্বাৰা আবিস্কৃত ফুল। সম্পূৰ্ণ নাম মেকোনো-প্‌চিচ বেটোনিকিফোলিয়া বেয়লিই। ই পপি (ইং poppy) অৰ্থাৎ আফুগছৰ ফুলৰ দৰে এবিধ ফুল। ৰং বৈদুৰ্য মণিৰ দৰে নীলা আৰু ফুলটোৰ মাজডোখৰ আশ্চৰ্যৰকমৰ সোণালী (বেইলিৰ আগেয়ে উদ্ধৃত কিতাপ, পৃঃ ১১৩)। ১৯২৪ চনত এই ফুলটো আগেয়ে উল্লেখ কৰি অহা এফ্ কিংডন ৱৰ্ডে ইংলণ্ড অলৈ আনে।

শাৰী ৬৪ ঃ ক্ৰচাপ্তিলন্ হাৰ্‌মানি ঃ প্ৰায় কুকুৰা আৰু মাইকী ম'ৰাৰ মাজৰ আকৃতিৰ এটা চৰাই। ছাই নীলা ৰঙৰ, ভৰি আৰু চকুৰ চাৰিওফাল ৰঙা। এটা নৱাবিস্কৃত প্ৰজাতি বুলি ১৯১১ চনত অনুমান কৰা হৈছিল। নেজ শকত আৰু দীঘল। পাঠকে ইচ্ছা কৰিলে চেলিম আলিৰ 'আ পিক্‌ট'ৰিয়াল গাইড টু দ্য বাৰ্ডচ্ অব দ্য ইণ্ডিয়ান চাব কাণ্টিনেণ্ট্' কিতাপৰ ১৯৮১ সংস্কৰণৰ ১০১ পৃঃৰ

ওলোটাফালে থকা ৩৪ সংখ্যক প্লেটৰ ১০ সংখ্যক চৰাইটোৰ ছবি চাব পাৰে। এই কিতাপত ইয়াৰ নাম Crossoptilon Crossoptilon, ঠিক একেটাই চৰাই হয় নে নহয় খাতাংকৈ কব পৰা নগ'ল। 'হেমকোষ' অত হ'য়-কলী চৰাইৰ উল্লেখ আছে ইং partridge. অসমীয়াত 'কইৰ'ও বোলে। নলবাৰী অঞ্চলত 'কয়ৰা'; কয়ৰাৰ লগত ক্ৰচপ্তিলন্ ক্ৰচপ্তিলন্অৰ সাদৃশ্য আছে কিন্তু কয়ৰাৰ নেজ চুটি। বংও মুগা বৰণৰ।

এই চৰাইটোৱে অ্যাকোনাইট বোলা এবিধ বৃক্ষজ বিষ খায়। আনন্দৰাম বৰুৱাই তেখেতৰ ইংৰাজী-সংস্কৃত অভিধানত এই বিষক বুলিছে 'বৎসনাভঃ'। ইংৰাজীত Monk's hood চৰাইটো কিন্তু এই বিষ খাই নমৰে। তাৰ পাখী নীলা হয় বুলি ধাৰণা।

শাৰী ৭৭ ঃ হিলৈ নামাৰিবা ঃ বেইলিৰ উল্লিখিত কিতাপ পৃঃ ৬১ ঃ "May 29. Daurle Camp. 12000'. Shot Brahminy Duck. সেই অঞ্চলত ১২000 ফুট চিৰতুষাৰ ৰেখাৰ ওপৰত।

শাৰী ৮৯-৯১ ঃ মাইল্চ্ ব্ৰন্সন্ ১৮৩৭ চনৰ ১৭ জুলাই তাৰিখে আহি সদিয়া পায়। ঠিক তাৰ আগেয়ে তেওঁ নাৰিয়া পাৰিছিল। ডিবৰু নৈৰ মুখ পোৱাৰ অলপ আগেয়ে পাদুৰি জেকৰ টমাছক সদিয়াৰ পৰা দৰব-জাতি আনিবলৈ পঠিয়াই দিব লগা হ'ল। "তমাছৰ নাও নৈৰ-গৰাৰ দাঁতিয়ে দাঁতিয়ে বাই যাওঁতে দুৰ্ভাগ্যবশতঃ পাৰৰ দুজোপা বৰ গছ উভাল খাই পৰি তমাছক হেঁচা মাৰি পেলালে।" (অৰুণোদই ১৮৪৬-১৮৯৪ ভূমিকা, গুৱাহাটী ১৯৮১ পৃঃ ৮০)

শাৰী ৯৯ ঃ মাইল্চ্ ব্ৰন্সনৰ উক্তি

শাৰী ১০২ ঃ তান্ত্ৰিক সাধনাৰ এটা পৰবৰ্তী পৰ্ব 'আসন-শোধন'ত উচ্চাৰ্য মন্ত্ৰ।

শাৰী ১৭৪ ঃ দন্দুৱা দ্ৰোহৰ অন্যতম নায়ক হৰদত্তক শগুন্ ঠুটিৰ বালিত শূলত দিয়া হয়। আশাকৰোঁ ঢেঁকেৰী শব্দটোত কোনেও আপত্তি নকৰিব। মই নিজে ঢেঁকেৰী।

শাৰী ১৯০ ঃ অসম বুৰঞ্জী ( সুকুমাৰ মহন্তৰ ঘৰত পোৱা পুথিৰ পাঠ ), গুৱাহাটী ১৯৬০, পৃঃ ১০২

শাৰী ১৬০ ঃ জি, ডাব্লিউ ব্ৰিগ্চ্ ঃ গোৰখনাথ অ্যাণ্ড কাণফাটা য়োগিজ, দিল্লী ১৯৮২ পৃঃ ১৭৪

**শাৰী ১৯৯ ঃ** তান্ত্ৰিক সাধনাৰ বিজয়া গ্ৰহণ পৰ্বৰ মন্ত্ৰ।

**শাৰী ২০০ ঃ** হংসবেগ ঃ ভাস্কৰ বৰ্মনে হৰ্ষবৰ্ধনলৈ পঠিওৱা কটকী। বাণভট্টৰ হৰ্ষচৰিত সপ্তম উচ্ছ্বাস।

**শাৰী ২১২ ঃ** সিংহমুখী বানৰী ঃ অসমত তেতিয়া আছিল নে নাই ক'ব নোৱাৰোঁ। থকা বুলি ভৰাটো জীৱজন্তুৰ চৰাইৰ দৰে। ই হৈছে আচলতে Golden lion tamarin। প্ৰায় ৩৫০টা মানহে পৃথিবীত বাঁচি আছে। সম্পূৰ্ণ ডাঙৰ হ'লে ৫৭০ গ্ৰাম মান ওজন হয়। দৈৰ্ঘ্য ৬০ চেণ্টিমিটাৰ কিন্তু ইয়াৰ বেছি ভাগেই নেজ। মুখখন সিংহৰ দৰে।

**শাৰী ২১৮ ঃ** তান্ত্ৰিক সাধনাৰ পূৰ্বাৰ্ধৰ শেষত উচ্চাৰ্য মন্ত্ৰ।

উত্তৰাৰ্ধ আৰু শাৰী ২১৯ৰ পৰা ঃ পূৰ্বাৰ্ধৰ দৰে তান্ত্ৰিক সাধনাৰ উত্তৰাৰ্ধও এটা অংশ—কাল পাৰম্পৰিক হিচাপে পৰৱৰ্তী আৰু শেষ পৰ্ব। শ্লোকটো কুলামৃত পান পৰ্বৰ। কামাখ্যাৰ তলত কুলামৃত পান কৰি সাগৰ সংগম কৰাৰ লগত যুক্ত কৰা হৈছে।

**শাৰী ২৩১ ঃ** বাল্মীকি ৰামায়ণ ঃ যুদ্ধকাণ্ড

সাগৰং চাম্বৰপ্ৰখ্যম্বৰং সাগৰোপম

সাগৰং চাম্বৰংচেতি নিৰ্বিশেষমদৃশ্যতে ৪/১১৫

ঊৰ্ময়ঃ সিন্ধুৰাজস্য মহাভেৰ্য ইবাম্বৰে ৪/১১৮

## স্কিজোফ্রেনিয়াৰ বিষয়ে

(১)

তাত এখন পাহাৰ আছে
এডাল জুই-ভেটা সৰল ৰেখাই যাক দুভাগ কৰিছে।
সপোনৰ দিঠকৰ পাহাৰৰ ছবি
এফালে সেউজীয়া কাফ্ৰীৰ চুলি
খলপা খলপ খলপা খলপ
আনফালে নিমজ লেতেৰা চক মাটি
( কেতিয়াও নকৰ মনৰ জুই জুই-ভেটা সীৰলুৰ সিপাৰ নহয়
কাৰণ, আপুনি নাজানে )

তাত এখন নৈ আছে
এখন ভঙা কাঁচৰ টুকুৰা। ১০
দৃষ্টিতকৈও বহল
ভঙাৰ মাজেদি আহে ইৰ্জিকিলৰ দিব্য-দৃষ্টি
হাড়ৰ উপত্যকা-স্তব্ধ-প্ৰবাহ-স্ৰোতস্বিনী।

সেই নদীয়েদি এটা সাপ-চৰাই উটি যায়
নদীত নিমগ্ন তাৰ শিলৰ ডেউকা
তলে তলে আহে বেলেগে বেলেগে।
সেই নদীত যেতিয়া সাপ-চৰায়ে মুখ চায়
শিলে সজা প্ৰতিধ্বনিবিলাকত
নৰসিংহবিলাকক দেখে।

তাত মই খোলাকুটি ওফৰালোঁ।                    ২০
সি ঢৌবিলাকৰ মূৰ কাটিলে
মোৰ মূৰৰ ফালেই যদি ওপৰ হয়
সেইবোৰ সেইফালে গ'ল।
( তৰাবিলাক যিমান দূৰ মোৰ মনৰ তলিও সিমানেই )।

"কাৰ মাত শুনি হাঁহে—অকলে অকলে ?
মতাৰ নে মাইকীৰ ? কি কয়, কি কয় সিহঁতে ?"
"হয় মাইকীমানুহৰ মাত······মাইকীমানুহৰ······"

যতনে পাতিলোঁ বাৰী মই অগছাৰ
উলুৰে লগালোঁ গুটি
অগছাৰ বাগিছাৰ শাঁকিনীৰ সিএৱঁত।                    ৩০
ঘুমটি ঘনে যায় টুটি।

নিজে পতা পোতাশাল
ছাঁ আৰু প্ৰতিধ্বনি······বহুতো সিএৱঁৰ
ছাঁ জুইৰ ছাঁ, মুখ-ঢকা মানুহৰ
আৰু বা-মাৰলিৰ ৰিং
গুহাৰ ফাটলত সোঁপয়ালে······
আঃ মোৰ হাতৰ আঙুলিত শেষ নোহোৱা ক'লা

পোহৰৰ যাঠিবিলাক······
মোৰ ডিঙিৰ পাচ ফাললৈ ···
নোলায় আৰু নোলায়। ৪০।
মোৰ কোনোবা জনমৰ ভাই,
আঃ হাজাৰ বছৰ হ'ল
মই কোৱা ভাষা পৃথিৱীৰ পৰা উঠি গ'ল।

ঔৰে গাছতে মৌৰে বাঁহা ললা
দেউতা পাৰি দিয়া খাওঁ
গুণাৰ ফুলে তোলা চেলেং আনি দিয়া
দেউতা মই শহুৰীক যাওঁ।

গাত জুই লাগে আধা ভিতৰৰ পৰা আধা বাহিৰৰ

মোৰ ভিতৰৰ মৃতা মাতৃয়ে মোক অত্যাচাৰ কৰে
তেৱেঁই কৃষ্ণ-সূৰ্য। ৫০।

(২)

মোৰ মনৰ একেটা কোঠাৰ মাজত দুৱাৰ
মাজে মাজে লাহে লাহে তাত
মই-কোনোবাই নিজে নুশুনাকৈ টুকুৰিয়ায়
আচৰিত হওঁ, জানিব খোজোঁ
কোনে টুকুৰিয়ালে
( তৰাবিলাক যিমান দূৰ মোৰ মনৰ তলিও সিমানেই )

আহাৰ মাহৰ মৰ-আঁউসীত
তেওঁ বাঘ হয় বিধিৰ বিধান
—কুষ্ঠীত লেখা
শাওঁবা গছত ওলমি থাকিব
বাঘ-মানুহৰ ভেল
লেতেবা ধুতিত বীৰ্যৰ দাগে
উদাৰা মুদাৰা তাবাত বজাব
মৃত্যু-মৈথুনৰ আনন্দ ভৈৰব ৰাগ

ৰাতি ৰাতি মানুহ খায়
দিনৰ বেলাত তাৰ উমান নাপায়
গাত যাৰ ঢেকীয়াৰ পাত
সুন্দৰীদিয়াৰ ঘাট
হাটে হাটে মাদুলি যোনেবা বিলায়
মাজ ডাঙৰা পুখুৰীত নোহোৱা হৈ যায়। ৭০

তিনঠেঙীয়া পীৰাত বহি
তিনিটা বান্দৰে
কৰে জীৱনৰ বিহিত ব্যায়াম
গম্ভীৰ আত্মন্তৰিতাত
জুখি যায়, জুখি যায়, জুখি যায়।
এটা তলহীন দোণ ধাৰ বহুতো পতান

কৰে নানান ৰকম যোগবিয়োগ বৰ্গমূল
বুজা আৰু বুজোৱাৰ নিমাত ভাওনা
পাৰি যায়, পাৰি যায়, পাৰি যায়
পৰে, উঠে, জোখে, বুজে, নাচে, পৰে··· ··। ৪০
কিন্তু
বাঘ-মানুহৰ ভেলৰ কথাৰ গোন্ধকে নাপায়।

তেওঁৰ আত্মা হেৰাল, জীউ লাউ, বৃক্ষ-আত্মা
হেৰাল। উপলব্ধি দুৱাৰৰ ছাবি অসত্য সত্বাৰ
কবলত। অদেহীৰ সমৰত তেওঁ অস্ত্ৰাহত।
শৃংখলহীন বন্দী পলাল তাৰ পৰা যি
ক'বো পৰা নহয়—স্তম্ব তৰাৰ প্ৰেতৰ পৰা,
বাটত ভ্ৰমা প্ৰেতাত্মাদলৰ পৰা

৩

বম্ বম্ বম্, খম্ খম্ খম্
সংকেত হুবেক ৰকম। ৯০
প্ৰতিটো সংকেত মহামুদ্ৰা—হত্যা, মৃত্যু, মৈথুনৰ
প্ৰাককালিক উত্তেজনা ভৰা
মৎসেন্দ্ৰই শব ৰাখে চাকিৰ তলত
আত্মাৰ সঞ্চাৰ কৰি বজাৰ শবত
আত্মা আৰু শৰীৰৰ পৃথককৰণ
দেহ থাকে অকলুষ? আৰু আত্মা? পাপত মগন?

সাধনা বস্তু-নিৰপেক্ষ
কল্পনা শূণ্যতাৰ
মনন সুস্তনালৈ উদ্দিষ্ট
মুক্তি বিক্ষিপ্তিৰ মাৰ্গ। ১০০
স্ফোট, ধ্বনি, বৰ্ণ, মন্ত্ৰ
জন্মৰ কি আৱশ্যক
পদ্যৰ কি আৱশ্যক
অৰ্থৰ কি আৱশ্যক
ধ্যান হক অবাস্তৱৰ
জ্ঞান অনিৰ্ণেয়ৰ
জ্ঞান সি জন্ম, অজ্ঞান কি মুক্তি ?!

দেহ অন্ধ কাৰাগাৰ
দেহ জীৱন্মৃত
দেহ শৱ অনুভূতিময়। ১১০
দেহ আৰু আত্মাৰ ভেদ
সাধনাৰ নিৰ্দেহী অধ্যাত্ম।

দেহ মন্দিৰৰ গৰ্ভগৃহ
দেহ অখণ্ডৰ প্ৰতিৰূপ
দেহ চেতনাৰ কেন্দ্ৰবিন্দু
উৎস সৰ্ব সাধনাৰ
দেহ ভুক্তিৰ মুক্তিৰ মহামাৰ্গ

ইন্দ্ৰৰ বিসান ৰথ দুই পাখী লগা
দুটা ঘোঁৰা জোটা
এটা উৰ্দ্ধমুখী।                                    ১২০
অন্যটোৱে টানে পাতালৰ গৰ্ভ অভিমুখে
( তৰাবিলাক যিমান দূৰ মোৰ মনৰ তলিও সিমানেই )

৪

বগা এক মইনা চৰায়ে
সাগৰত পাৰি দিব খোজে
কিন্তু
ভয় কৰে পদুলি ওলাব

নিঃসংগতা উপাসক নিৰ্জনতা-ত্ৰস্ত
কুমাৰ কান্ত কবি উপদংশগ্ৰস্ত

"যাওঁ ব'লা চিথিয়াৰালৈ
দূৰলৈ আৰু, আৰু দূৰলৈ।                                    ১৩০
সাগৰত পাৰি দিওঁ ব'লা।
পাল তোলা, পাল তোলা
অনন্ত আনন্দময় তটভূমি বুলি"

কিন্তু নিজৰে মুখৰ ছবি আইনাত নিচিনাৰ দৰে,
ঘৰৰ বাটকে যদি পাহৰি পেলাওঁ ?

আপচাতি-মদ ভাং কানি নিচাগ্ৰস্ত
চয়তান পূজক কবি খণ্ডিত আশ্বস্ত

"মোৰ দেহ যতই নকৰা নিপীড়ন
আত্মস্থ অন্যত্ব মোৰ নহয় স্পৰ্শিত
মোৰ অন্তঃস্থিত সেই আৰু যে এজন। ১৪০
ৰব সম্পূৰ্ণ পবিত্ৰ হৈ ৰব অধৰ্ষিত"

আপচাতি-মদ ভাং কানিৰ স্তাবক
বাতুল বিক্ষিপ্ত কবি সাজুয্য বাহক

৫

অভিনেতাজনে নিজকেই মনে মনে ক'লে
গৌৰিক, দুখত হাঁহিব আৰু সুখত কান্দিব
নিজকে শিকোৱা। গৌৰিক, এই ছো-ঘৰত
সুখ দুখ সমভাগো নহয়। সুখেই দুখ
দুখেই সুখো নহয়,

ভংগী। হে পথিকবৰ, দুখত সুখৰ ভংগী আৰু
সুগত দুখৰ। ১৫০

আৰু শুনা। সত্তাৰ ৰক্ষাৰ বাবেই
সত্তাৰ অস্তিত্ব অস্বীকাৰ।
গৈৰিক, হত্যাৰ অভিনয় কৰোঁতেই
হত্যাৰ প্ৰশস্ত সময়।

ময়েই সুৰ সুৰ বাজি থকাল'কে
"ময়েই আচাৰ্য্য ময়েই জল্লাদ
ময়েই কটাৰী ময়েই আঘাত"
ময়েই শ্ৰোতা, ময়েই ঢোল ময়েই ঢুলীয়া
ময়েই সংগীত সৰ্বদেহত সংগীত উজোৱাল'কে
ময়েই বিহ ময়েই বিষৰ আনন্দ। ১৬০
ময়েই স্বপ্ন আৰু কল্পনাৰ বিশৃংখল শৃংখলা

ওঁ সৰ্বৈব সঃ

টোকা

স্কিজোফ্ৰেনিয়া এটা মানসিক ব্যাধি। ব্যাধিগ্ৰস্ত অৱস্থা পোৱাৰ আগেয়ে স্কিজোফ্ৰেনিয়াৰ এটা "সুস্থ" অৱস্থা আছে 'যাক ইংৰাজীত 'স্কিজইড' বুলি কোৱা হৈছে।

"স্কিজইড শব্দটোৱে তেনেকুৱা এজন ব্যক্তিক নিৰ্দেশায় সামগ্ৰৰূপে যাৰ অভিজ্ঞতা দুই প্ৰকাৰ প্ৰধান ভাগত বিভক্ত ঃ প্ৰথমতঃ তেওঁৰ বিশ্ব সংসাৰৰ লগত সম্পৰ্কত এটা ফাট্ আছে আৰু তেওঁৰ নিজৰ লগত নিজৰ সম্পৰ্কৰ মাজত এটা বিচ্ছিন্নতা আছে। তেনেকুৱা এজন ব্যক্তিয়ে অন্য মানুহৰ লগত আত্মীয়তা বা বিশ্ব

সংসাৰৰ লগত একাত্মতা বোধ কৰিব নোৱাৰে। অথচ, বিপৰীতপক্ষে, অনুভৱ কৰে এক হতাশ নিঃসংগতা আৰু বিচ্ছিন্নতাবোধ। তদুপৰি তেওঁ নিজক এজন সম্পূৰ্ণ মানুহ বুলি ভাবিবলৈ অপাৰগ, বৰঞ্চ নিজক বহুধা বিভক্ত বুলি ভাবে—বোধহয় এনে এটা মন হিচাপে যি মন শৰীৰৰ লগত সংযুক্ত ক্ষীণাতিক্ষীণ ভাবে বা এনে এটা মন হিচাপে যি দুটা বা তাৰো অধিক নিজত্বযুক্ত ইত্যাদি।" (আৰ ডি লেং ঃ দ্য ডিভাইডেড্ চেল্ফ্, পেংগুইন ১৯৬৫ পৃঃ ১৭)

এই পদ্যটো পাঁচ ভাগত বিভক্ত কৰা হৈছে। পাঁচ ভাগ কৰাৰ কোনো বিশেষ তাৎপৰ্য নাই। প্ৰথম ভাগৰ লগত যুক্ত স্কিজোফ্ৰেনিয়াগ্ৰস্ত দুজন সাধাৰণ ৰোগী, দ্বিতীয় ভাগৰ লগত সংযুক্ত হৈছে এজন স্কিজোফ্ৰেনিয়াগ্ৰস্ত হত্যাৰ অভিযোগত মৃত্যু-দণ্ডিত ব্যক্তি। তৃতীয় ভাগ এজন অধ্যাত্ম-সন্ধানী অনুমিত স্কিজোফ্ৰেনিয়াগ্ৰস্ত পুৰুষৰ বিষয়ে। চতুৰ্থ ভাগত লেখক ৰূপত স্কিজোফ্ৰেনিয়াগ্ৰস্ত ব্যক্তি আৰু পঞ্চম ভাগত স্কিজোফ্ৰেনিয়াগ্ৰস্ত ৰূপত এজন অভিনেতা।

শেষ তিনিজনৰ পৰিচয়ো দিব পাৰি। তেওঁলোক জনবিদিত ব্যক্তিত্ব। অধ্যাত্ম সন্ধানী জন হ'ল তান্ত্ৰিক সাধক মৎসেন্দ্ৰনাথ, যিয়ে অসমৰ পৰাই ধৰ্ম প্ৰচাৰৰ কাৰণে বিদেশলৈ যায় বুলি অনুমান আৰু যাৰ আশ্চৰ্যময় আধ্যাত্মিক অভিজ্ঞতা অসমৰ পূৰ্বৰ কদলী ৰাজ্যত বুলি দূৰকল্পনা। লেখক জন হ'ল ফৰাচী কবি শাৰ্ল ব'দলে'ৰ আৰু অভিনেতাজন ইংৰাজ মঞ্চৰ বিখ্যাত ব্যক্তিত্ব ডেভিড্ গ্যাৰিক। প্ৰথম দুই খণ্ডৰ লগত জড়িত ব্যক্তিত্ব জনবিদিত নহয়।

বেছি ভাগ উপমা ব্যক্তিগত কল্পনা সম্ভূত। কিছুমান কল্পচিত্ৰ ইংৰাজ মনোবিজ্ঞানী ডেভিড্ লেঙৰ লেখাৰ পৰা—যাৰ কিতাপৰ উদ্ধৃতি আগেয়েই দিয়া হৈছে।

# চেনৰ পাৰত

## ( ঘৰ-বিৰহীৰ উক্তি )

> "কবি, চিলাৰ পৰ্বতত চাবি কড়াৰ
> মাটি কিনিছোঁ। মঞি নাযাঞো।"

মই অসমক ভাল পাওঁ গোৱাঁৰৰ দৰে
বিশ্ব ব্ৰহ্মাণ্ডক মোৰ নমস্কাৰ।
সেয়ে চেনৰ পাৰত
মনোৰম বসন্তত
মই বহি আছোঁ বহাগৰ ভৰ দুপৰীয়া
মাজ পথাৰৰ নিথৰুৱা এক
শাওঁৰা গছৰ তলত
আজাৰা গাৰ্ত।
( ৰ'দ য'ত বৰষুণ অনুমান হয়
সেইমান দূৰলৈ চাইছেনে কেতিয়াবা
অপাৰ পথাৰত ? )
দেখি আছোঁ ফৰকাটিং জংচনত
এখন ৰাতিৰ ৰেল
অনন্ত কালৰ বাবে স্থিৰ।

মোৰ ঠাই ইয়াত নহয়
মোৰ ঠাই বৰচিলা বিলৰ পাৰত
কালদিয়া নদীৰ পাৰত
বিৰিণাৰ বনৰ মাজত
কলঙৰ ভঙা দলঙত
ৰঙা গৰা বাগানত।

শ্যাম্পাইনৰ চকাল মাটিত যি নিচা—
দাৰ্জিলিং পৰ্বতৰ গেৰুৱা মাটিত
যি সুবাস গজে,
অন্যত নগজে।
যি মন গজিল লুইতৰ পলসত
যি মন সদায়ে ভ্ৰমে
পাগলাদিয়াৰ দাদিগদিগাৰ মাজত
তাৰ নিস্তাৰ তাৰ পাৰে পাৰে।

* * * * * *

সামান্য যি দেখিলোঁ পৃথিবীৰ ৰূপ
সিমানে হেপাহ হ'ল
মোৰ আইৰ আঁচলৰ
তলসৰা বকুলৰ
ফুল পাহলৈঃ

* * * * * *

মোৰ কোনো দৰকাৰ নাই
চেনৰ বুকুত বুৰঞ্জীৰ নাও ভহা চোৱা
মই চাব খোজোঁ অপলক অচেতন ভাবে
বাঁহৰ পাতৰ ওপৰেদি বেলি লহিওৱা।
মোৰ কোনো দৰকাৰ নাই
আধুনিক চিত্ৰ কলা-সংগ্ৰহ-শালাত ঘোঁৰাৰ চেকুৰ চোৱা
মই চাব খোজোঁ ভঙা লোহোৰাত
কাজলীৰ দানা উতলোৱা।

মোৰ কোনো আৱশ্যক নাই—
চেন, লোৱাৰ, ইজেয়াৰ শৃংখলিত নদী,
মই দেখোঁ দিচাঙত আহাৰৰ বান
মাৰ নাও পাক খোৱা পাৰ ভঙা ধাৰ।

হয়নে দেৰ্কাত, কোঁত, চাতু, তোমালোকে ভাবা, সেয়ে আছা?
মই দেখোঁ সেয়ে আছোঁ, মই শুনোঁ সেয়ে আছোঁ
মই গোন্ধ পাওঁ, স্বাদ পাওঁ, উম পাওঁ, সেয়ে আছোঁ
আৰু
মই অসমক ভাল পালোঁ গোৱাঁবৰ দৰে
সেয়ে আছোঁ।
বিশ্ব ব্ৰহ্মাণ্ডক মোৰ নমস্কাৰ।

# "শুৱনি আমাৰ গাওঁখনি অতি" (১)

ধানৰ ডাঙৰিৰ কোবাল শিৰশিৰনিয়ে মোৰ কাণৰ হাৰিয়াৰ পাৰত আছাৰে— ওপৰত কুজী থেকেৰা, জলপাই আৰু অমৰাৰ পাতৰ অৰণ্যত তাৰ বিচিত্ৰ সিঞ্চাৰ।

বতাহৰ সুৰুঙাত চিলনী আইৰ পাখীৰ কোবৰ তৰংগ-দৈৰ্ঘ্য জুখি চাইছেনে শেনচোৰা ? চাওক আৰু আগলি কলাপাতক সম্বৰ্ধনা জনাওক।

"কোটোহা বাঁহৰ গুৰিৰ যি উঁই হাফলু তাতেহে মোৰ আত্মাৰ সন্তুষ্টি। আমাৰ মাইৰ যৌতুকত দিয়া আমাৰ ঘৰৰ প্ৰথম পিতলৰ কলহটোত যি কঠালৰ আঠাৰ লেও (যতৰৰ মালতো) সি মোৰ ককালৰ ঘামচিৰ লগৰীয়া—মাজ ডাঙৰা পুখুৰীৰ পানীৰ ভৰ উঁই হাফলুৰ ভিজা শুংগই কিমান লাঘৱ কৰে তাক মই বুজাম কিদৰে—তুমি যে বন্ধু তপত ভাতত অভ্যস্ত।"

আমাৰ সকলোৰে এজমালি উত্তৰাধিকাৰ একমাত্ৰ আকাশখন চৌছিৰ কৰিবলৈ সকলোৰে অসামান্য পৰিশ্ৰম। পৃথিৱীৰ সকলো ভাষাই মোৰ উত্তৰাধিকাৰ সকলো দাৰিদ্ৰ্য। কিন্তু

"চ'ততে চকৰী, বহাগত বগৰী জেঠতে আমনা ধান" চিৰকালে ৰক। আমাৰ মাজ জহকালিৰ সপোনত ঘোঁৰাৰ চেকুৰ আৰু হুকুমৰ বিস্ফোৰণে তাক যেন নসলায় কোনোদিনে।

## "শুৱনি আমাৰ গাওঁখনি অতি" (২)

বাঁহৰ পাবটো কলম ছুৰিৰে ফালোঁতে হিলৈ ফুটে বাহু মাছৰ পেটত। লগতে নাৰিকলৰ শাহ। তগুাল আৰু তোলোৱা নহ'ব, বিছনীৰ দৈ, নলীয়া চৰাৰ। কাৰণ ইস্কেল ডালৰ ভাটৌ-পাখী মোৰ নাসাৰন্ধ্ৰৰ আনন্দ। চকুৰ স্ফুৰণ। হৃদয়-মলম।

আঃ ইমান ডাঁহচীয়া বেলৰ গোন্ধ। ডাঙৰ মায়ে দিয়া একেটা পাতি পইচা মই বালিত জ্বলাওঁ—গোৰোহাৰ পাকঘূৰণিত। চাইকোভস্কিৰ ৰাজহাঁহ। বিলদৰা বিল। পইচাটোৰ বহলেই যে পৃথিৱীৰ আৰু ইণ্ডিৰ। সোণ-তামৰ ৰং বুকুৰ মাজৰ চিকিমিকি! পঞ্চম জৰ্জৰ মুৰৰ মুকুট বালিত আৱিষ্কৃত! ধাৰাল ছুৰিৰ বুকুৰে যেতিয়া শ্যামলী বাঁহত ইণ্ডি আকিছিল—তাম-জিলমিল পইচাটো মোৰ চকুৰ ভিতৰত।

নেওঠাৰ পাকধৰাই কেৰঘেঁহায় স্বৰাজৰ বাবে। কঠাল কাঠৰ কি আশ্চৰ্য হালধীয়া—বেলৰ ভিতৰৰ। হৰিণা পহুৰ নিমজ নোমখিনিৰ স্পৰ্শ নেজৰ জোকাৰত স্বীকৃত। কোন বাঢ়ৈৰ বতালিত কঠাল কাঠৰ পাক ভোঁৱৰ গঢ় লৈছিল নেওঠাৰ কেৰ কেৰ নিৰাশা মোৰ পেটৰ ভিতৰত বজাবলৈ? "ডাঙৰ মাই, স্বৰাজ হ'লে সৃষ্টি নোলোটে। তোমাৰ মাটিৰ চৰুৰ পৰা চকা ফাটিয়েই থাকিব কেচা বাঁহৰ ধুৰ্'লী জুইৰ তাপত! সদায়ে থাকিব কেহেৰাজেৰে কলপাতত অকা 'ক'টোৰ আশা-ছেদ।"

"মই হ'ম তেওঁলোকৰ কবি বাতানুকুল প্লাষ্টিক মিনাৰৰ পৰা"

মার্কাৰ-ঘিলা টেঙামৰাৰ ছালৰ ৰং মৌ জোলেৰে কিস্তিত মাৰিলে যেনেকুৱা! মনত পৰে আৰু ঔখলীয়া ছিপেৰে জ্বলীয়া মিঠৈ উতলা। মন্ত্র কৰা ঘিলাটো মোৰ শেতেলিৰ নিহালিৰ তলত।

ঘূণঘূৰ্ণি, চেলপেতী, সোলা, দাফা নখা কাৰো আৰু মনত নাই। ঘিলাৰ ডাবৰ লগতে, হাতীৰ কাণৰ ফুটুকি ছালৰ লগতে, আথৈৰ ফুলৰ মেৰুন ফোঁটৰ লগতে, পৃথিবীৰ শেষ পৰঘূমাটোৰ অন্তৰ্হিত পাখীৰ সেউজত উৰি গ'ল। মেজাংকৰীৰ শেষ পলুটো আদাকৰী গছত।

সেই উজ্বল ব্ৰহ্মাণ্ডলৈ মই আৰু লাখুটি লৈ ওলাব নোৱাৰোঁ। কাৰণ জগদীশ্বৰ হয় মাধ্যাকৰ্ষণৰ উৰ্দ্ধত। কেৱল তেওঁৰ শানিত তৰবাৰিয়ে আমাৰ সময় টুকুৰা টুকুৰ কৰে।

বাঙ্গালোৰ

৬।১।৮৯

## সৃষ্টি ওলোটাৰ কথা

সুধ্ধ পানীত ফুলা সৰিয়হ ডৰা
চাওঁগে বলা। হালধীয়া ফাকু।
জাফ্ৰান আৰু নৰা-জাংফাই
ঘেঁহুৰ পথাৰ।

তেনেতে সৃষ্টি উলটিল।
সোণাৰুৰ কেৰুৰ ফালে যোঁতিয়া মোৰ চকু ৰ
তেতিয়া
সৃষ্টি উলটিল।

আঃ আহাব মাহৰ হালধীয়া বৰষুণ!
মই হলোঁ পাট-মাদৈ। চৰাই হালধীয়া পাখীও ধুনীয়া
আৰু মগৰ তোলা কাঢ়নী হৈ
মেঘৰ মাৰ্জোদ উঁৰি গলোঁ
বাঢ়নী পানীৰ প্ৰতিধ্বনি হৈ।
"চাওঁ গৈ বলা", "চাওঁ গৈ বলা"
সেয়া! কৈছে যে। সেই জনীয়েই আছিল কেতেকী
এতিয়া ছোৱালী হ'ল

"অ' এক্কণমানি ছোৱালীকণ তোৱ এনে মন মোহিনী মাত
মলয়াৰ হে যেন চাট"

## "এজাৰ গছৰ বেজাৰ গুচাই ফুলিল হেজাৰ ফুল"

যেতিয়াই এজাৰ ফুলে
তেতিয়াই নিৰৰ্থকতাৰ প্ৰশ্নটো আহে।
অ' ফুল, অ' ফুল, নুফুল' কিয় ?
ফুলি কি হ'ব ?
মৰহি যাবলৈ তো ?
নহয়, তোমাৰ চকুত জলক লগাবলৈ
কিন্তু তাৰ পাচত ?

তাৰ আৰু পাচ নাই।
বেঙুনীয়াবিলাক নীলাৰ লগত মিহলি হ'ল।

গছৰ ডালবিলাক কাঁইটত,
নদীৰ শব্দ পাহাৰৰ বিপন্নতাত

বহুতো বগা ভাটৌ যে মই দেখোঁ—মনশ্চক্ষুত।
উঁৰুলিৰ দৰে জোপোহাৰ পৰা উৰা মৰা
সপ্তপৰ্ণী শব্দত।

অ' সেইবিলাক, সেইবিলাক নিৰৰ্থক শব্দ।

খিৰিকীৰ সুপ্ৰসিদ্ধ ট্ৰাপিজৈদ ক্ষেত্ৰ

আৰু

সমান্তৰাল ৰদবিলাকৰ ঔদাসীন্য

তাৰ মাজেদি মই খেজুৰৰ গছ

আৰু দ্বিতীয়াৰ চন্দ্ৰ দেখোঁ নদীৰ মাজত

আহা ! মোৰ ছবি অকাঁৰ অনৈপুণ্য !

বৰ্গক্ষেত্ৰৰ মাজত বৰ্গক্ষেত্ৰৰ মাজত

বৰ্গক্ষেত্ৰ

আঁকি মই ভাল পাইছিলোঁ

আৰু পাইথাগোৰাচৰ উপপাদ্য

সমদ্বিবাহু ত্ৰিভুজৰ কৰ্ণৰ ওপৰত

জীৱনৰ চানেকি

ত্ৰিভুজৰ এভুজৰ ওপৰৰ

বৰ্গক্ষেত্ৰ

শিবলং—জুলাই ১৯৮৮

যি ভাবিছিলোঁ মই এখন কিতাপ
কৰিম বুলি—সেই ঘটনাবিলাক
পাহৰিলোঁ
লেখাবিলাক পদুম পাতৰ তলত
বুৰ গ'ল। অভিমান, অভিনয়, তাৰকা-সংবাদ
হৃদয়ৰ কম্পানিৰ গুটিমালী ফুল
সামান্য সেন্দুৰ লগা
মলিন ৰুমাল
আৰু
ওঁঠৰ শিকৰৰ স্বাদ
একো আৰু নাই।
তেওঁৰ তিলটো অকা আছিল নে আচল
সেই অমৰ সন্দেহ অজস্র শব্দৰ প্রচ্ছায়াত
স্ফুৰিত নহ'ল।
পুনৰুক্তি, পুনৰুক্তি ( কি আছে পুনৰ উজ্জীবনৰ বাহিৰে ? )
কিতাপ নহল
নিৰ্বাস সাত শাৰীত
নহল।
তাৰ বাবে
বহুতো কাৰুণ্য।

কাঠমাণ্ডু ২২।৪।

সুবাস বহুতৰ হয়
হাস্নাহানাৰ, পদুমৰ, গোলাপৰ, শেৱালীৰ।
হৃদয়ৰ সুবাস পাইছেনে প্ৰভু ? হৃদয়ৰ।
বিস্ফুৰিত হৃদয়ৰ ? স্নায়ুৰ তন্ত্ৰীত উঠা বাগেশ্ৰী ৰাগৰ
সৰোদত।
এতিয়াৰ আৰু মৃত্যুৰ মাজৰ
অস্তিত্বৰ একমাত্ৰ অৰ্থ।
আসংগ-লিপ্সাৰ ঘ্ৰাণ
পৰস্পৰ প্ৰতীক্ষাৰ দৃঢ় দৃশ্যপট।
ৰঙা, হালধীয়া, বেঙুনীয়া, কলপতীয়া, শাকনীয়া, হেঙুলীয়া।
কলিজাৰ আগীয়াঠুঁটিত ইন্দ্ৰ মালতীৰ খোঁত।
নাই পোৱা ? নাই ?

মই বহুদূৰলৈ চাওঁ, পূবলৈ চাওঁ, পশ্চিমলৈ চাওঁ
দেখাতো নে পাওঁ মোৰ জনমৰ মৰমৰ বং
অক্ষিপটত ধৰ্তব্য বৰ্ণৰ বৰ্ণালীত
সিতো নাই।

## প্ৰশ্ন সোধা চৰাই

প্ৰশ্ন সোধা চৰাইটোৰ নামেই বহু-জিজ্ঞাসু চৰাই।

? বহু জিজ্ঞাসু।

অপৰাজিতাৰ পাতৰ পৰা নে পাইবোণ্টেজিয়া ভেনুণ্টাৰ

একেটা প্ৰশ্নকে সোধে ঃ

ভাল পাইছা নেকি ?—

একেটা প্ৰশ্নকে বহুতো ধৰণে

লেনিয়াই, চুটিকৈ, দীঘলকৈ, দন কৰি

কা তব কান্তা

কিমাশ্চৰ্যমতঃপৰম

কে আমি ?

বোলে মৈথুন আৰাৰ ?

যিহক উত্তৰ নাই

প্ৰশ্নই যে উত্তৰ

প্ৰাক্-পুৰাৰ সেন্দুৰী প্ৰশ্নই

ভৰদুপৰীয়াৰ উত্তৰ হালধীয়া

আৰু ৰাতিৰ তমিস্ৰা।

## শেৱালী নেৱালী পলাশ পাৰলি

পলাশৰ ফুল মই দেখা নাই
কেবল 'প' ৰ সৌন্দৰ্য আৰু পলাশৰ ধ্বনিৰ সম্মোহ
পলাশ বনত শিৰ শিৰ কৰি যোৱা
আমাৰ দিনৰ গান ।

পলাশ বনৰ বকলম
যৌবনৰ সুৰুয-দেখা টিনৰ ছালি
অন্তবন্ত প্ৰহসন ।

পলাশ ফুল ফুলা মই দেখা নাপাম
শেৱালীয়ে আঁচল পাতিব
এশটা শৰতৰ শেষত হে !
এৱেঁই নে নেৱালী ? নবমল্লিকা ? গিৰিমল্লিকা ?
ৰঞ্জি মণিকৰ্ণিকাৰ হৰিত মেখলা ?

পুনঃ

মোৰ গৰ্ব মোৰ পাৰলি ফুলিছে
মোৰ মৃত্যুৰ আগেয়ে ।
মোৰ যশ মোৰ সোণাৰুৰ কেৰুত
মোৰ প্ৰচণ্ড হুতাশ
মোৰ আইৰ চম্পাৰ ফুলনি থনৰ বাবে ।
যি ই জন্মত মই দেখা পাই নগলোঁ ।

# বাদুলি-ওলোমা ৰাতি

কেন্দুগুটি, চেগুণৰ ফুল,
আত্মঘাতী আত্মাৰ নিপিণ্ট সুঘ্রাণ।
ওঃ মোৰ হৃদয়ৰ নিকৰুণ নিষ্পেষণ
পানীত পৰা ছোৱালীজনীৰ শ-বন্ধা চটাই-ঢৰাৰ
নে তাকো বন্ধা পুৰণি পঘাৰ ?
ইমান সমান্তৰাল নে চেগুণ দুডাল ?
ইমান নিস্পৃহ ৰাতি, দিন, অস্বচ্ছ পথাৰ
জীৱন মৃত্যুৰ অৰ্থে।
বাদুলি ওলোমা ৰাতি—
কক্ষচ্যুত কণা বাদুলিৰ।
নিৰাশ চকুৰ অন্ধ অচ্ছোদপটলত
সি কি কণা বাদুলি নে
কেন্দুৰ গুটি নে
অপঘাতী আত্মা নে ?
যিয়ে কৰে কেন্দ্ৰীভূত চেতনাৰ সাৰাৎসাৰ
অকস্মাত অবলুপ্ত—দৃক্‌স্নায়ুৰ অৱবাহিকাত।
কিন্তু মোৰ ৰেল যাব ভবিষ্যত
ৰাতিৰ ৰেল ৰাতিৰ ৰেল সুগৰী হৰিণী ৰাতিৰ ৰেল
সুগৰী হৰিণী ৰাতিৰ ৰেল।
মোৰ কামী হাড়ৰ শ্লিপাৰত।
অন্ধত্বৰ সিপাৰত।

এতিয়া মই ও'ঠৰ সোৱাদ আৰু সৌৰভৰ বিষয়ে লেখিম।

শিকৰ সি

যথোপযুক্ত। প্ৰেমৰ প্ৰথম পুৱাত মাটিৰ স্বাদ পোৱা

কাম চৰাইৰ ( বৰ্তমান বিলুপ্ত ) ৰঙা ঠোঁট হৈছে

ৰুমালৰ আধা মোচা সেন্দুৰ

সদায়ে ভাবোঁ—কি ফলপ্ৰসূ

হীৰক সংযম নে আত্ম-নিবেদন ?

আদা

অনন্ত জিজ্ঞাসা।

ৰাম লক্ষ্মণ সীতা হৰণ

ৰাম বধৰ পালা।

কুঁহিয়াৰ

কাব্যত ঐক্য আৰু সংহতিৰ বাবে

ছোবাৰ বিষয়ে নেলেখিলোঁ

কিন্তু পুৱা ৰাতিৰ কুঁহিয়াৰৰ ৰস কি সুৰভিত

নিশ্বাসৰ কুৰুৱা বতাহ স্বৰ্ণ চম্পা

কপৌ আৰু ফেঁটীসাপৰ সমাহাৰ দ্বন্দ্ব

আহা কি নিস্ফল জোনালী ৰাতি।

পিয়াঁজৰ-ছাল-শান্ত সমুদ্ৰ
বেঙুনীয়া ভেঁট-ফুল আৰু তাৰ
আঁহীয়া সুঘ্ৰাণ
অশুভৰ মাজতহে সৌন্দৰ্য কবি
কদৰ্যৰ ক্ৰীত দাস।
প্ৰেমিকক খণ্ড খণ্ড কৰি তৰা কৰা
কল্পনাৰ কৃষ্ণ-গৰ্ত গৱেষণাকাৰী
আকৌ, শামুকৰ ৰোগদুষ্ট ৰস
অলংকাৰ শাস্ত্ৰৰ মুক্তা!
আদা, মাটি, কুঁহিয়াৰ-ৰস
কুঁহি তামোল
মিঠাতেল, অমিতা, পিৰালিৰ ভেকুবা চপৰা
পিৰালি কুৰঁৰী
এইবোৰ, এইবোৰ···
নিৰ্যাসৰ
উৎসৱ কৰাত বাদে
আৰু কি?
আৰু আছে।
চোবাং সংকেত, ধমনীৰে বৈ যোৱা
ধুমুহাৰ অমিয়া জোকাৰ।

## ফেঁটী—কপৌ

ফেঁটী-কপৌ চুম্বন-উন্মুখ
তৰা ডাঁহী।

ডিঙিত দৈয়াঙৰ ভাঁজ,
স্থিতি-স্থাপক ওঁঠত
কাৰ ওঁঠৰ তলত আচম্বিত।

এটা ঈগল চৰাই!
ভয়ংকৰ উৰ্ধ্বমুখী ঠোঁটৰ হাঁকোটা
ক্ষণস্থায়ী আদৰৰ বশ্যতাৰ বিবৃতিত নম্ৰ।

ফেঁটী-কপৌৰে তলত ওঁঠ পাতি ধৰোঁতে
মই কিছুমান ভেলভেটৰ ক'লা গোলাপত
গাল ফুৰালোঁ।

হাঁয় প্ৰেম, প্ৰেম মোৰ
বুকুৰ পানীৰ ডাঁৰিকনা মাছ!

তেওঁ যে গুছি গ'ল নাকৰ পাহিৰ আলোড়নত
যেন এজাক স্বচ্ছ বতাহে তেওঁৰ
অহমিকাক বনজুই-ধুমুহাৰ আগে আগে নিলে
কুকুহা উৰ্ফাৰ গ'ল প্ৰেমৰ চিঠিৰ
হীন-দৃষ্টি নক্ষত্ৰৰ মৃত্যু-থৰ চকুৰ তৰাত

# অলংকাৰ শাস্ত্ৰী

মই উদাসী নহয় অলংকাৰ শাস্ত্ৰী
বতাহ জাকেই উদাসী।
অনাই বনাই ঘূৰে, ক'ব পৰা আহে
কোন দিশে যায় উৰি ?

আঁহতৰ পাতবোৰ বৈ থাকে নিমেষ গণি।
পাতৰ সিৰবোৰ দেখিছেনে পাটমাদৈৰ
পাখীৰ নৰম উম আৰু হালধীয়া ৰ'দৰ বাওত
সততে সন্দিগ্ধ ?
আহিবনে বুকুৰ ধপ্‌ধপনিয়ে নিমজ কৰা বতাহজাক ?

মোৰ অযত্নত ডাল ভৰি ফুলা গোলাপ লতা
ববনৈৰ বন্ধু বতাহ জাকৰ লগৰীয়া।
দূৰ পৰ্বতৰ কুৰুঙেদি সোমাওঁ বুলিও নোসোমায়।
এটা বদখেয়ালৰ বশবৰ্তী।
পৰ্বত হৈ থাকে উদাসী হে অলংকাৰ শাস্ত্ৰী।

মোৰ ধমনীৰ স্পন্দনত মোৰ পদ্যৰ তাল
ছন্দ শাস্ত্ৰী,
পাহৰিৰ যক পাগল
কোন কবিৰ আত্মাৰ গলিত মই বিগলিত
কেঁচা খেবে বিচাৰে চালত কেকেঁটুৰাৰ ৰং হ'ব
মই কাটো নিৰ্দয় কাঁচিৰে
লতা গোলাপত সাৰ কৰিবৰ বাবে।
সাৰ্থকতাৰ প্ৰশ্নটো কেতিয়াও নানিব।

১।১।৮৯

হৃদয় বিন্ধ হোৱাৰ সুবাসেৰে
লাহে লাহে কোঠালীটো ভৰি গ'ল।
বঙা জবাৰ পৰা জৰি থাকিল স্নেহ।
হিয়াৰ মাজত
ঘন চিৰিকাৰ দৰে উত্ৰাৱল হৈ
বেৰত খুন্দিয়াই ঘূৰি ফুৰিলে
এষাৰ মাত্ৰ কথা।

মানবীৰ বাবে নে কোনো সময়ৰ বাবে
চকুৰ মণি শিলৰ দৰে লাগে
হে অজানা গায়ক নামজাদা কবি
এই নক্ষত্ৰভূষিতা নিশা চন্দ্ৰাৱলী ৰাতি
প্ৰস্থানৰ ইংগিতেৰে ব্যংগময় ?

কি ভাবিছিলোঁ কি পাম
প্ৰতীতি আজিহে হয় ইন্দ্ৰিয়ৰ গ্ৰাহ্যাতীত আলিংগনৰ

মিছা অংগীকাৰ
আমলখী আৰু বকুলৰ যৌগিক গোন্ধত
মই প্ৰচণ্ড উন্মাদ।

১৯৭৭ ( ১৭ জুলাই, ২৯ অক্টোবৰ )

ঘূণৰ গুড়ি, মকৰাৰ জাল আৰু আমৰ পাতত
ধূনি থোৱা কপাহৰ দৰে আমৰলি পৰুৱাৰ বাঁহ
অন্যফালে সমুদ্ৰ গৰ্জন হিমস্খলন
দহ কিলোটন বিস্ফোৰণ
আকৌ টকৌ পাতৰ আশ্ৰয়ত পুতলা নাচৰ ঘণ্ডাল্

ব্ৰহ্মাণ্ডৰ সোঁতত
বহুতো মগৰ মোৰ আয়ে
বাতি কঢ়া কাঢ়নীখন যেনে !
সাগৰত বাত্যাহত ।

কিন্তু

টুলুঙা নাৱৰ ব'ঠাত যে চন্দামাছৰ চিক্‌মিকনি
তাবেহে মই চৰ্চুৰীয়া কবি ( ? )
বালিত সীৰলু তোলা
কিছুমান সৰু সৰু পোক আৰু গুবৰুৱা
সাগৰ বালিত ভয়াতুৰ নঙঠা কেঁকোৰা
কি উত্ৰাৱল লক্ষ্যহীন প্ৰাণৰ মায়াৰ
বিতত ঢাপলি !

অন্তৰীক্ষত বহুতো নক্ষত্ৰ অস্ত গ'ল
বহুতো বিস্ফুৰিত
বহুতো ব্ৰহ্মাণ্ড সৃষ্টি হ'ল এই পলকত
মই আছোঁ জুপি
কটা দুবৰিত পৰা নিয়ৰৰ টোপালত ।

## লেচেৰী বোটলা

আঃ সেই চুৰি ধাৰ দি ভোকৰ ধাৰ মৰা
মানুহজন।
আঃ সেই মিঠা আম বেচি তিতাফুল কিনা
মানুহজন।
আঃ সেই উপমা বিচাৰি নদীৰ পাৰত
চুলিৰ মাজত বিফল আঙুলি বুলোৱা জন
সেই উপমাটো জানো পাব যি তেওঁৰ বাবে চাকনৈয়াৰ মাজত বৈ আছে ?

গামোচাৰ ফুলে মোৰ চকু অপহৰণ কৰে

পৰ্বতৰ নীলা আৰু আকাশৰ নীলা ভাগ কৰা ৰঙা শিমলুৰ
ফুলৰ লালি।

নলীয়া টৰাত শুই বাদুলি লেখোঁ
উৰি যায় বাদুলি এক আৰু এক
চন্দ্ৰটোৰ মৃগ-পহু বাৰে বাৰে আঁৰ কৰি

অলপ গৰ্হিত আৰু লজ্জাকৰ বাসনাৰ গোপন উত্তেজনা
চেস্ট্ৰেল হিটিঙৰ পাইপৰ পৰা ওলোৱা

কেহেৰাজৰ ৰসেৰে কলাপাতত থ মোৰ

কাপ ঢেঁকীয়া
'ক' ফলা আৰু লেখা নহয়
ৰ লাগি চাওঁ তেতেলি-গুটিৰ ৰেল
উৰি যায় দিল্লীৰ দূৰৰী বৰুৱাৰ বাব।

একেলগ কৰা—সৌৰ কলংকৰ লগত
পঁইতা ভাত
বাওনা আঁহতৰ কুণ্ঠিত পাতত পৰে
খাণ্ডব বনৰ ছাই

মোৰ মধ্যবিত্ত মন মৰুৱা আচুৰ
নেচাৰ লগতে টাৰ মাৰিত ওলোমোৱা।
এতিয়াই ফলা গেৰোৱা বাঁহৰ গোন্ধ
শাওনাৰ আঙুলিৰ কাঁচিৰ ৰেপত দিয়া
টিন্‌চাৰ আইদিনৰ গোন্ধৰ লগত মিলে
তেতেলি-গুটিৰ ৰেল চলে মোৰ মুখত
আৰু মনত
কেৰেলুৱা ধোঁতিয়া বগায়
তিতা মজিয়াত।

## নিৰ্বাসন

চেণ্ট-জন পের্চ                                   আৰ্চিবল্ড ম্যাকলীশ্ব্'অলৈ

(১)

বালিলৈ মুকলি দুৱাৰ, নিৰ্বাসনলৈ মুকলি দুৱাৰ
ছাবি আলোকস্তম্ভৰ মানুহবিলাকলৈ, আৰু
পাখী মেলি পৰি থকা সূৰ্যটো দুৱাৰদলিৰ শিলৰ ওপৰত
মোৰ গৃহস্থ, বালিৰ মাজৰ আপোনাৰ
আইনাৰ ঘৰ মোৰ কাৰণে এৰক……

জিপচামৰ জহকালিয়ে আমাৰ জখমত যাঠিৰ লোহা শান দিয়ে। ঋতুৰ অস্থি-গৃহৰ নিচিনা দুৰ্ঘোৰ আৰু বাতিল এখন ঠাই মই বাচি লৈছোঁ।

আৰু এই পৃথিবীৰ সকলো বালীয়া পাৰত ধুৱঁলি দেবতাৰ আত্মাই এচবেচটচৰ বিচনা এৰি যায়।  ১০

বিজুলীৰ বিক্ষোভ হৈছে টীৰদৰ ৰজাসকলৰ আনন্দৰ বাবে।

(২)

সেই সংগীতৰ বিশুদ্ধ আৰম্ভ কোনো পাৰৰ কাৰণে
উদ্দিষ্ট নহয়, কোনো পৃষ্ঠাত ৰক্ষিত নহয়……
অন্যবিলাকে মন্দিৰৰ ভিতৰত বেদীবিলাকৰ
ৰং দিয়া বাহিৰ কোণ ধৰে

মোৰ গৌৰব বালিত! মোৰ গৌৰৱ বালিত! আৰু সি কদাপি নহয় ভুল হে বৈদেশিক!

নিৰ্বাসনৰ চিৰ্টিচত এটা একোবে পৰা নজন্মা মহৎ কবিতা
এটা একোবে পৰা নকৰা মহৎ কবিতা থুপুৰিয়াবলৈ
অতি নগ্ন বতাহৰ বাবে লোভ!

সোঁ সোঁওৰা জগতৰ দলিবিলাক গোৰা পানীৰ ওপৰৰ  ২০
শংখবিলাক !
বালিৰ গভীৰতা, ফেন আৰু ধোৰাঁত মই স্থাপন কৰিলোঁ।
মই শুম জলাধাৰত আৰু ফোপোলা পাত্ৰবোৰত,
সকলো নিৰৰ্থক আৰু বাহী ঠাইত য'ত জাকজমকৰ আস্বাদ
শায়িত হৈ আছে।
"আগতকৈ কম নিশ্বাসে জুল পৰিয়ালক খোচামোদ
কৰে ; কম সংখ্যাৰ জোৰাপতাই ডাঙৰ যাজক জাতক সহায় কৰে।
যলৈ বালিবিলাক গ'ল সিহঁতৰ গানেৰে সৈতে তালৈ গ'ল
নিৰ্বাসনৰ ৰাজপুত্ৰবিলাক।
য'ত আছিল ওখ টান খোৰা পালবিলাক, তালৈ গ'ল  ৩০
বীণা বজোৰা মানুহৰ সাপানতকৈও বেছি পাট-নিমজ হাঁহি।

য'ত আছিল যুদ্ধৰ মহা সংঘৰ্ষ তাত বগা পৰে গাধাৰ
দাঁতৰ মাৰিৰ হাড়।
আৰু চাৰিওফালৰ সাগৰে তাৰ লাওখোলাৰ শব্দ
পাৰৰ বালিৰ ওপৰত বগৰায়।
আৰু যেন পৃথিৱীৰ সকলো বস্তুৰেই বৃথা, তাকে এটা
সন্ধ্যাত, পৃথিৱীৰ পাৰত, বতাহৰ সৈন্যবাহিনীয়ে নিৰ্বাসনৰ
বালিত আমাক বৰ্ণাইছিল।"

ফেনে দিয়া জ্ঞান, হে মনৰ মহামাৰী লোণৰ
কৰকৰ শব্দৰ ভিতৰত আৰু চূণ কামৰ ওপৰত।  ৪০
আত্মাৰ দুৰ্ব্যবহাৰৰ পৰা এটা জ্ঞান মোৰ প্ৰাপ্য……
বতাহে আমাক তাৰ ডকাইতিবিলাকৰ কথা কয়
বতাহে আমাক তাৰ ভুল ভয়বিলাকৰ কথা কয়
মুঠিত ফান্দডাল লৈ ঘোঁৰাচোৰাবীৰ দৰে, মৰুভূমিৰ
প্ৰৱেশ পথত,

অতি বিশাল গিৰিশ্ৰেণীত অতি মংগলময় সংকেত সমূহ
মই বিচাৰি থাকোঁ।
আৰু ৰাতিপুৱায়ে পবিত্ৰ শাস্ত্ৰবিলাকৰ মাজত
আমাৰ কাৰণে ভবিষ্য-নিৰ্দেশৰ আঙুলি চলায়।
নিৰ্বাসন মুঠেই কালিৰ নহয়! নিৰ্বাসন মুঠেই ৫০
কালিৰ নহয়! "অবশিষ্টবিলাক, হে আশ্ৰয় সূত্ৰবিলাক"
কয় অচিনাকীজনে বালিৰ মাজত, "পৃথিবীৰ
সকলো বস্তুৰেই মোৰ কাৰণে নতুন"..। আৰু তেওঁৰ
গানৰ জন্ম তেওঁৰ কাৰণে একো কম অচিনাকী নহয়।

(৩)

"... সদায়ে আছিল সেই দাবিৰ কলৰব, সদায়ে
আছিল সেই ভাস্বৰত্ব,
পৃথিৱী ব্যাপি চলমান বীৰত্বপূৰ্ণ সশস্ত্ৰ কৰ্মৰ দৰে,
সদলে নিস্ক্ৰমা জাতিবিলাকৰ পিয়লৰ দৰে, প্ৰিটোৰীয়
কোলাহলৰ দ্বাৰা সাম্ৰাজ্য প্ৰতিষ্ঠাৰ দৰে, হা, মহৎ পুথিৰ
জন্মত ওঁঠ ফুলোৱাৰ দৰে ৬০
পৃথিবী জুৰি সেই মহৎ বাধৰ বস্তু আৰু যি
হঠাতে বাঢ়ে নিচাৰ দৰে
"......সদায়ে আছিল সেই দাবিৰ কলৰব সদায়ে
আছিল সেই জাকজমক,
সেই বস্তু ভ্ৰাম্যমান, পৃথিবীময় সেই উচ্চ তন্ময়,
আৰু এই পৃথিবীৰ সকলো নৈৰ-বালিৰ ওপৰত, সেই একেই
উশাহ উচ্চাৰিত, সেই একেই ঢৌ উচ্চাৰক।
এটা একমাত্ৰ আৰু দীঘল বাক্য, যতিহীন আৰু
কদাপি যি অবোধ্য নহয়
"....সদায়ে আছিল সেই দাবিৰ কলৰব, সদায়ে আছিল ৭০
সেই ক্ষিপ্ৰতা,

আৰু আবেগৰ বিস্ফোটনৰ মুখত সেই অতি উচ্চ ফেন,
সদায়ে বাসনাৰ চূড়াত, সেই একেটা চিলা তাৰ পাখীৰ ভৰত,
সেই একেটা চিলা তাৰ ওখ বাঁহত, নিৰ্বাসনৰ স্তবকবিলাক
ততালিকে গোটাই, এই পৃথিৱীৰ সকলো নৈৰ-বালিৰ ওপৰত
সেই একেই নিশাহ উচ্চাৰিত, সেই একেই বিলাপ অপৰিমেয়।

বালিৰ ওপৰত মোৰ নুমিডীয় আত্মাৰ অনুধাবনত · ”

মই তোমাক চিনি পাওঁ হে ৰাক্ষস! আকৌ নতুনকৈ আমি
মুখামুখি। আমি সেই দীঘল বিতৰ্ক আকৌ আৰম্ভ কৰিম
য'ত আমি তাক এৰিছিলোঁ। ৮০

আৰু তুমি আৰম্ভ কৰিব পাৰা তোমাৰ যুক্তিবিলাক
পানীৰ ওপৰত অলপকৈ ওলাই থকা শুঁড়ৰ দৰে ঃ মই মুঠেও
তোমাক থামিবলৈ বা উশাহ ঘূৰাবলৈ নিদিওঁ।

দিনটোৰ আৰম্ভৰ আগেয়েই ধুই নিয়া মোৰ
খোজৰ চিন আছিল চাবলৈ যোৱা বহু নৈৰ-বালিৰ ওপৰত।

নিস্তব্ধতাৰ কৰ্কট ৰোগ চমজাই দিয়া মোৰ আত্মা আছিল বহুতো
এৰি যোৱা বিছনাৰ ওপৰত।

মোৰ পৰা আকৌ কি বিচাৰা, হে আদি নিশ্বাস?
আৰু আপুনি, আপুনি আকৌ মোৰ জীয়া ওঁঠৰ পৰা কি
আজুৰি নিব বুলি ভাবিছে? ৯০

ও মোৰ দুৱাৰদলিৰ ওপৰৰ অনোৱা বনোৱা শক্তি,
ও ভিখাৰিণী আমাৰ বাটত আৰু ধুৰাঁখুলীয়াবিলাকৰ খোজৰ চিনত?

বতাহে আমাক তাৰ বুঢ়াকালৰ কথা কয় বতাহে আমাক
তাৰ ডেকা কালৰ কথা কয়···সম্মান কৰাঁ হে ৰাজপুত্ৰ
তোমাৰ নিৰ্বাসনক!

আৰু হঠাতে সকলো মোৰ বাবে হয় শক্তি আৰু উপস্থিতি,
য'ত আকৌ ধোৱাঁয় অনস্তিত্বৰ বিষয়বস্তু।

"প্ৰত্যেক ৰাতি আৰু বেছি জোৰে মোৰ দুৱাৰদলিত
সেই বোবা দাবিৰ কলৰব, আৰু জোৰে প্ৰত্যেক ৰাতি সেই
শতাব্দীৰ খোলাৰ অভ্যুদয়। ১০০

আৰু, পৃথিবীৰ সকলো নৈৰ-বালিত মোৰ সত্বাৰ
পুষ্টিৰ বাবে যিমান লাগে তাতকৈ বেছি হিংস্ৰ লেচাৰী! ··

ইমান উচ্চতাইও তোমাৰ দুৱাৰ দলিৰ ঠিয় গৰা
নিঃশেষ কৰিব নোৱাৰিব, হে উষাৰ অসি-ধাৰক
হে হাঁকোটাৰে ঈগল চৰাই ধৰা মানুহবিলাক, আৰু
লোহাৰ পাখী থকা কঠুৱা ছোৱালীবিলাক পালন কৰা
মানুহবিলাক

জন্মলোৱা প্ৰত্যেক বস্তুৱেই পৃথিৱীৰ প্ৰাচ্যলৈ ৰোমাঞ্চিত
হয়, সকলো জন্ম লোৱা ৰক্ত মাংস দিনটোৰ প্ৰথম জুইত
উল্লাসিত হয়! ১১০

আৰু এয়া উঠিছে এক আত্মাৰ বিদ্ৰোহৰ দৰে
পৃথিৱীময় এটা বিশাল জনশ্ৰুতি!···
তই মুঠেই মনে মনে নাথাক দাবিৰ কলৰব।
বালিৰ ওপৰত যেতিয়ালৈকে মই সকলো মানবিক আনুগত্যৰ
পৰা অপাবৃত নহওঁ ( কোনে বা জানে মোৰ জন্ম স্থান )"

(৪)

আচৰিত আছিল ৰাতি য'ত ইমান নিশাহে
শোৱনি-কোঠাৰ চাৰি আলিত বাট হেৰুৱাইছিল···
আৰু কোনে তেনেহ'লে দোকমোকালিৰ আগেয়ে
পৃথিবীৰ সীমাত মোৰ কাৰণে এই চিঞৰৰ লৈ ঘূৰি ফুৰে ?

ডেউকাৰ সুহুৰিত কোন প্ৰত্যাখ্যিতা ওখ ছোৱালী ১২০
গুচি গৈছিল অন্য দুৱাৰ দলিলৈ, কোন ওখ ছোৱালী অপপ্ৰেমিতা ?

সেই সময়ত যেতিয়া ভ্ৰষ্ট নক্ষত্ৰপুঞ্জই নিৰ্বাসিত মানুহৰ
কাৰণে উচ্চাৰ সলায়, বালিৰ মাজৰ বিশুদ্ধ স্থান বিচাৰি
অস্ত যায় ?

চাৰিওফাল- বিয়পা হৈছিল যাজকবিলাকৰ ভিতৰত তেওঁৰ
বাৰাঙ্গনা নাম। চিৰিবলৰ সেউজীয়া গুহাবিলাকত।
আমাৰ দুৱাৰদলিৰ ৰীতিপুৰাই জানিছিল খালি ভৰিৰ
চিনবিলাক মচি দিবলৈ ঃ পবিত্ৰ শাস্ত্ৰবিলাকৰ ভিতৰত।
পৰিচাৰিকাসকল তোমালোকে পৰিচৰ্যা কৰা আৰু
আত্মগৰ্বিনীসকল, তোমালোকে এটা বিশুদ্ধ শব্দৰ পূৰ্ণতাৰ কাৰণে
তোমালোকৰ নতুন- ধোৱা কাপোৰ টানি ধৰা।

বালিমাহী চৰাইৰ ওজবৰ মাজত বিনোৱা দোকমোকালি
গুচি গৈছিল, গুচি গৈছিল বৰ্ষণ মুখৰ হায়াদিজ নক্ষত্ৰপুঞ্জ
বিশুদ্ধ শব্দটো বিচাৰি,

আৰু বহু প্ৰাচীন তীৰৰ ওপৰত মোৰ নাম মতা হৈছিল
···দেৱতাৰ ভূত ধোৱাইছিল অজাচাৰৰ এঙাৰৰ মাজত।
আৰু এই দিনৰ শেঁতা পদাৰ্থ যেতিয়া বালিৰ মাজত শুকাই গৈছিল।

উঁটি যোৱা সুন্দৰ গল্পৰ টুকুৰাবিলাকে, জাহাজ চলোৱা পাংখাৰ
পাখীৰ ওপৰত, ভ্ৰমে ভৰা আকাশত আৰু বিভ্ৰান্ত
আশ্ৰয় সত্ৰবিলাকত ভাষ্যকাৰৰ আনন্দৰ বাবে ঘূৰি চায়। ১৪০

আৰু কোন তাত আছিল তেনেহলে যি উঁৰি
গুচি গৈছিল ? আৰু কোনে বাৰু আকৌ এই নিশা মোৰ
বিদেশী মুখৰ পৰা মোৰ আপত্তি স্বত্বেও সেই গানৰ অভ্যাস
লৈ গৈছিল ?

ওভোটাই দিয়া, হে অক্ষৰচঞ্চু, নৈৰ-বালিৰ ওপৰত
তোমাৰ কলমৰ ওলোটা পিঠিৰ পৰা নিৰৰ্থক শব্দৰ মমৰ সাঁচ
সমুদ্ৰৰ পানীয়ে ধুৱাব, বছৰৰ আটাইতকৈ সুন্দৰ সংখ্যাবোৰ
আমাৰ মেজৰ ওপৰৰ সমুদ্ৰৰ পানীয়ে।

আৰু সেয়েই সময়, হে ভিখাৰিনী যেতিয়া চোঙৰ ভিতৰত
উলিয়াই থোৱা শিলৰ ডাঙৰ বন্ধ আইনাবোৰত ৰাজকে ১৫০
ফেল্ট কাপোৰৰ টুপী আৰু নিভাঁজ পাটৰ হাত মোজা পিন্ধি
চোলাৰ হাতৰ দীঘল বাউলিৰে ৰাতিৰ অবৈধ চিনাবিলাকৰ
উচ্চতাৰ জোখ মোহাৰি পেলায়।

এনেকৈয়ে যায় সকলো— নোমৰ চোলা পিন্ধা ৰক্ত মাংস
আমাৰ ৰাতি খপাৰ এঙাৰৰ ফল, আপোনালোকৰ বালিৰ
খৰ্ব গোলাপ আৰু দোকমোকালিৰ আগেয়ে পঠিয়াই দিয়া
এনিশাৰ বিবাহিত।

আহ, সকলো বৃথা বস্তুৰেই স্মৃতিৰ কুলাত, আহ সকলো
বস্তুৰেই বলীয়া নিৰ্বাসনৰ পেঁপাত : মুকলি পানীৰ অনাবিল
খোলা থকা প্ৰাণীবিলাক, আমাৰ সপোনবিলাকৰ অকলংক ১৬০
সঞ্চালন,
পুৱাৰ আগৰ ৰাতিৰ প্ৰত্যাখ্যাত সপোনবিলাক, জাংফাই ভৰা
মহান সান্ধ্য প্ৰাৰ্থনাৰ ফান্দত পৰা অশ্মীভূত ডেউকা······
আহ! কেনেকৈ পোৰে, আহ! কেনেকৈ পোৰে বালিৰ
জোঙত, এই সকলো পাখী, নখ, ৰঙীন মূৰৰ চুলি আৰু মলিয়ন
কাপোৰৰ ধ্বংসাৱশেষত।

আৰু কালি জন্ম হোৱা কবিতাবিলাক, বিজুলীৰ ফেৰেঙনিত
এক গধূলিত জন্ম হোৱা কবিতাবিলাক, সিবিলাক তিৰোতাৰ
গাখীৰত থকা এঙাৰৰ দৰে, সামান্য খোজৰ চিন···
আৰু সকলো ডেউকা থকা বস্তু যিবিলাকৰ দৰকাৰ নাই, ১৭০

সেইবিলাকে মোৰ কাৰণে এটা কাম নোহোৱা নিভাজ ভাষা
ৰচনা কৰিব,

এনেকুৱাকৈ মোৰ আকৌ এটা মচি পেলাব পৰা
মহৎ কবিতাৰ নক্সা আছে।

(৫)

"…যিজনে সাগৰে দেখাকৈ কাপোৰ খহায় তেওঁৰ দৰে,
যিয়ে মাটিৰ ফালৰ প্ৰথম বতাহ ছাটিক সম্মান কৰিবলৈ উঠিল
তেওঁৰ দৰে ( আৰু এয়া ইমান তেওঁৰ কপাল ভাঙৰ হ'ল টুপীৰ তলত )

মোৰ জন্মৰ পৰতকৈও বেছি নওঠা হাতবোৰে আৰু আটাইতকৈ
স্বাধীন ওঁঠে, সেই প্ৰবাল দ্বীপলৈ কাণ দিয়ে য'ত অইন এটা যুগৰ
বিলাপ কৰি আছে। ১৮০

মোৰ জন্মৰ তীৰলৈ মোক এয়া আকৌ লৈ গ'ল……
ইতিহাস কেৱল আত্মাৰ স্বস্তি কেৱল আত্মাৰ।

নফটা গুটিৰ লগত, শেলুৰৈৰ লগত, খেৰৰ লগত আৰু
বালিৰ, সকলোতকৈ দুৰ্বল বস্তুবিলাকৰ লগত, সকলোতকৈ
অলাগতিয়াল বস্তুবিলাকৰ লগত, সাধাৰণ বস্তু, সেই তাত থকা
বস্তুতকৈও সাধাৰণ, দিন বৈ যোৱাৰ লগে লগে……

খৰাক্লিত চৰাইবিলাকৰ কংকালৰ ওপৰেদি গুচি যায়
এই দিনৰ শিশুকাল, দ্বীপৰ সাজপাৰে দি, আৰু চিলনীৰ,
গঙা-চিলনীৰ ফোপোলা হাড়ৰ ওপৰৰ শৈশৱতকৈও পাতল
দ্বীপবিলাকৰ কাৰণে বাকলিৰ সাজ পিন্ধা পানীৰ ছোৱালী ১৯০
বিলাকক বতাহে মুগ্ধ কৰে।

হে বালিবিলাক, হে সুগন্ধি ধুনা! ৰ লাগি চোৱা
চকুৰ চাৱনিত দৈৱৰ ঘোৰ ৰঙা পাখী সুমুওৱা জপা! আৰু
হিংসাহীন ৰংগভূমিৰ ওপৰত, নিৰ্বাসন আৰু তাৰ বিশুদ্ধ ছবি,

দ্বীপৰ মাছে সেউজীয়া হাড়ৰ ওপৰেদি পাৰ কৰি দিয়া
দিনটো……

দুপৰীয়াই গান গায়, হে বিষাদ !……আৰু
এই ধ্বনিৰ দ্বাৰা বিস্ময় বিঘোষিত হয় ঃ হে বিস্ময় ! আৰু
চকুলোৰ পাচৰ হাঁহিয়েই ইয়াৰ বাবে যথেষ্ট নহয়……

কিন্তু কি তাত· ওহ ! কি সি যিয়ে সকলো বস্তুৰ ২০০
হঠাতে অভাৱ কৰিলে ?……"

মই জানোঁ। মই দেখিলোঁ। ইয়াৰ একোয়ে সুবিধাজনক
নহয় !—আৰু ইতিমধ্যেই দিনটো গাখীৰৰ দৰে ঘন হৈ
আহিছিল।

আৰচাচেজৰ ৰাজ্যত বিৰক্তিয়ে তাৰ ছাঁয়া বিচাৰি ফুৰে ;
আৰু ঘূৰি ফুৰা বিষাদে তাৰ কচুৰ সোৱাদ লৈ যায়
পৃথিৱীৰ ওপৰেদি, সেই ঠাই য'ত চিকাৰী চৰাইবোৰে থাকে
সি পৰে উত্তৰাধিকাৰৰ অদ্ভুত অভাৱত……

ধৰ্মান্তিৰবোধৰ জন্ম অৱধান কৰা ঋষিৰ অনুগ্ৰহ
হওক !……আকাশ এখন চাহেল মৰুভূমি য'ত খনিজ ২১০
লৱণৰ সন্ধানত যায় সন্ধানী যাত্ৰিদল।

ইতিহাসৰ ত্ৰুটিত শতাব্দীবিলাকে মুখ ঢাকি থাকে।
আৰু সূৰ্যই বালিত লুকুৱাই থয় তাৰ সুন্দৰ চেষ্টাৰ্চ মোহৰ
বিলাক, ছায়াঁ উঠি অহাত য'ত ধুমুহাৰ বায় পৰিপক্ক হয়।

হে সেউজীয়া পানীৰ তলৰ দুৰ্গবিলাক। সাগৰৰ তলৰ
চিকমিকীয়া এবিধ ঘাঁহে নিৰ্বাসনৰ কথা আকৌ কওক।……
আৰু কবিয়ে অৱহেলাবোধ কৰে।

চক মাটিৰ এই ডাঙৰ পাতবিলাকৰ পৰা, গভীৰতাৰ সমানৰ
থাকবিলাকৰ ওপৰত ঃ মৃত্যুৰ মুখাৰ লেচৰ কাপোৰ……

(৬)

"সেইজন যিজনে ঘূৰি ফুৰে, মাজৰাতি, শিলৰ ২২০
আসন শ্ৰেণীৰ ওপৰত, এটা সুন্দৰ ধূমকেতুৰ স্বত্বৰ দলিল
নিৰূপণ কৰিবলৈ, সেইজন যিজনে পহৰা দিয়ে দুই যুদ্ধৰ
মাজৰ সময়ত, স্ফটিকৰ লেন্সবিলাকৰ শুদ্ধতাৰ ওপৰত ;
সেইজন যিজন ৰাতিপুৱাৰ আগেয়ে উঠে ফোৱাৰাবিলাকৰ পানী
উলিয়াই দিবৰ বাবে ; আৰু সেয়ে বিৰাট মহামাৰীবিলাকৰ
শেষ ; সেইজন যিজনে মাজ সাগৰত লাৰ বহণ দিয়ে, তেওঁৰ
ছোৱালী আৰু বোৱাৰীয়েক বিলাকৰ সৈতে, মাটিৰ ফালৰ পৰা
যোৱা ছায়ে তাত আৰু আটিছে !
যিজনে নীলা চকমাটিৰ বিৰাট আশ্ৰয়াবাসবিলাকত
বাতুলতাক নিচুকায়, আৰু সি ৰাই শস্যৰ ওপৰেদি উঠা দেওবাৰ, ২৩০
প্ৰচণ্ড অন্ধত্বৰ সময় ।

সৈন্যবাহিনীৰ প্ৰবেশত যিজনে অকলে থোৱা অৰ্গেনবোৰৰ
ওচৰলৈ যায়, যিজনে এদিন এটা অচিনাকী শিল ভঙা জেলৰ
সপোন দেখে, সি দুপৰীয়াৰ অলপ পিছত, বিৰাট বৈধব্যৰ সময় ;
যিজনে সাগৰত সাৰ পায়, দ দ্বীপ এটাৰ বতাহত বালিত গজা
সৰু শুকাই নোযোৱা ফুল এটা শুকোৱাৰ সুবাসত ;
যিজনে পৰ দিয়ে বন্দৰবিলাকত, অন্য জাতিৰ তিৰোতাবিলাকৰ বাহু
আৰু মৃদু ৰাতিৰ কাষলতিৰ তলৰ সুবাসত এটা খচ্‌খচৰ আস্বাদ,
মাজনিশাৰ অলপ পাছতে, প্ৰবল অস্বচ্ছতাৰ প্ৰহৰত ; সেইজন ২৪০
টোপনিত, যাৰ উশাহ সাগৰৰ উশাহৰ লগত বান্ধি থোৱা আছিল,
আৰু জোৱাঁৰ উভতি যোৱাত যিয়ে বিছনাত বাগৰ সলায় যেনেকৈ
জাহাজে পাল টনাটনি কৰি দিশ বদলায় ।

যিজনে সকলোতকৈ ওখ অন্তৰীপবিলাকত উপকূল-চিহ্ন
আঁকে, যিয়ে, এডাল বগা ক্ৰচেৰে সাগৰৰ বালিচৰৰ মুখ চিহ্নিত

কৰে ; যিয়ে চিমাফোৰ-সংকেত যন্ত্ৰৰ তলৰ ছাঁত থকা বিৰাট
তোপ-কক্ষবিলাকত পনীয়া চুণ লগায়, আৰু সি এখন
মৃতকৰ অস্থি-কলহ ৰখা ঠাই আৰু পকীঘৰৰ ভঙা টুকুৰাব, জ্ঞানী
জনৰ আনন্দৰ কাৰণে ; যিয়ে ঘৰ লয়, বৰষুণৰ দিনৰ কাৰণে, চাৰেং ২৫০
আৰু খালাচীবিলাকৰ লগত-উপদ্বীপৰ মৃৰত মৃত মন্দিৰৰ
ৰখীয়াৰ ঘৰত ( আৰু সি আছিল ধূসৰ-নীলা শিলৰ পাশৰ্ব পৰ্বতৰ
ওপৰত, বা ৰঙা বালীয়া শিলৰ ওখ উপবি তলব ওপবত ) ; যিয়ে
বন্দী কৰে, মানচিত্রত ধুমুহাব গতিপথব সীমা ;
যাব কাৰণে জ্বলি উঠে জাৰৰ ৰাতি, নক্ষত্রব বিশাল গমন পথ,
গৃহ পালিত পশুৰ পৰিষানৰ আৰু পানীৰ উৎস উলিওৱাব
অনাফালে বোওৱাব বহু অন্য নিয়মবিলাকৰ যিয়ে সপোনতে
জট ভাঙে, সপোনৰ মুখৰ আহিং বনাবলৈ যিয়ে পানী জোখা
ৰচীৰ মূৰত দ তলিৰ ৰঙা মাটি বিচাৰে, বন্দৰবিলাকত সাগৰৰ
প্রমোদ ভ্রমণকাৰীৰ কম্পাছ ঠিক কৰি দিবলৈ যিয়ে গাত লয়······ ২৬০

বিৰাট ঘাঁহিনৰ লগত লগ হ'বলৈ যিয়ে পৃথিবী ঘূৰে,
যিয়ে বাটেৰে যাওঁতে এজোপা অতি প্রাচীন গছৰ আপডালৰ
বিষয়ে পৰামৰ্শ দিয়ে ; যিয়ে লোহাৰ মিনাৰবিলাকত উঠে,
ধুমুহাৰ পাচত, বনৰ জোপোহাৰ জুইৰ ক'লা ক্ৰেপ্‌কাপোৰৰ
গোন্ধৰ আভাস পাবলৈ ; যিয়ে পহৰা দিয়ে নিস্ফল ঠাইবিলাকত
বিস্তীৰ্ণ টেলিগ্রাফ লাইনবিলাকৰ ভাগ্য। সাগৰৰ তলিৰ প্রধান
তাঁৰ বিলাক বহুৰাওঁতে তলত লাগি থকা আৰু পিচলৈ টান
খোৱা কথাৰ যিয়ে উমান পায়, যিয়ে চহৰৰ তলৰ অস্থি-গৃহ
আৰু নৰ্দমাবিলাক ( আৰু সি আকৌ পৃথিবীৰ চেলোৱা
বহিঃস্তৰৰ দৰে ), শুদ্ধ ভূমিকম্প বিচাৰ কৰিব পৰা যন্ত্রপাতিৰ ২৭০
যত্ন লয়,

যিয়ে, আক্রমণৰ সময়ত পানী যোগানৰ শাসনৰ দায়িত্ব
পায়, আৰু দিনজীৱী পতংগৰ বিবাহত ক্লান্ত হৈ যিয়ে বিৰাট
জলশোধনৰ আধাৰবিলাক চাই ফুৰে। যিয়ে সংঘৰ্ষৰ পৰা

ৰক্ষা কৰে, সেউজীয়া সোণৰ লোহাৰ বেৰৰ পাছফালে, উদ্ভিদ উদ্যানৰ
ডাঙৰ পছা গোন্ধ যুক্ত পুলি গজোৱা কাঁচৰ ঘৰবিলাক ; ডাঙৰ
টাকশালবিলাক, দ্ৰাঘিমা আৰু চিগাৰেটৰ দোকানবিলাক আৰু
আলোক সংকেতৰ কাৰ্যালয় য'ত পৰি থাকে উপাখ্যানবিলাক,
চাৰ্কিবিলাক ; অবৰোধৰ সময়ত বিবাট প্ৰবেশকক্ষবিলাকত যিয়ে
তহল দিয়ে—য'ত ভাঙি পৰে, আইনাব তলত, পখিলা আৰু ২৮০
ভূত-পতংগৰ সকলো বৰ্ম ; আৰু শিলৰ সুন্দৰ দানাখোৱা
পাত্ৰবোৰলৈ কঢ়িয়াই নিয়ে নিজৰ চাকি, য'ত, সোণৰ-কাটা-বিন্ধোৱা-
হাড় থকা গুড়ি হব পৰা ৰাজকুমাৰীয়ে তেওঁৰ চিচল গছৰ আঁহৰ চুলি
থকা মূৰ লৈ শতাব্দীৰ গতিপথেৰে নামে। যিয়ে সেনাবাহিনীৰ পৰা
উদ্ধাৰ কৰে হিমালয়ৰ গোলাপ গছৰ জোপোহাৰ এটা দুৰ্লভ
মিশ্ৰিত জাত ; যিয়ে নিজৰ ধনেৰে পোষণ কৰে ৰাষ্ট্ৰৰ বিশাল
দেউলিয়াত্ব, অশ্ব প্ৰজনন কেন্দ্ৰৰ বিলাসী অসুবিধা পাতৰ তলত মুগা
বঙৰ ইটাৰে তৈয়াৰী ডাঙৰ অশ্ব প্ৰজনন কেন্দ্ৰবিলাকৰ, ধুমুহাৰ
কু কু মাতত ৰঙা গোলাপৰ বাগানৰ দৰে, প্ৰচণ্ড বন্য বাজপত্ৰ
বিলাকেৰে ভৰা, অন্ধকাৰময়, ধূপ আৰু পুৰুষ দ্ৰব্যেৰে ভৰা সুন্দৰ ২৯০
অন্তেষপুৰ বিলাকৰ দৰে।

যিয়ে বন্দোবস্ত কৰে, সংকটৰ সময়ত, বন্ধ কৰি থোৱা
ওখ জাহাজবোৰৰ ৰক্ষণাবেক্ষণ, আৰু পনীয়া আয়োদিনৰ
ৰঙৰ সৰু নৈৰ ভাঁজত (বিস্মৃতিৰে ঢকা ডাঙৰ ৰঙীন কাঁচৰ তলত
বহা কোঠালীবিলাকত, সি এটা আগেইভি গছৰ ৰঙৰ পোহৰ আৰু
শতাব্দীবিলাকৰ

কাৰণে সদায়ে সাগৰত প্ৰহৰী) ; যিয়ে তিনিবছৰীয়া ডাঙৰ পলুৰ
চকৰা এটা নিক্ষেপণৰ সময়ত মানুহৰ জুমে এৰি অহা জাহাজৰ খোলাত
সৰু-সুৰা মানুহবিলাকৰে সৈতে কামৰ ঠাই খালি কৰে।

সেইজন যাৰ বৃত্তি হিচাপে আছে ডাঙৰ জাহাজবিলাকৰ
ভাৰ গ্ৰহণ কৰা ; আৰু সেইজন যিজনে এদিন নিজৰ আত্মাৰ ৩০০
সৌৰভ পায় এখন নতুন পালতৰা জাহাজৰ ভিতৰৰ তক্তাত, জাহাজৰ

ডকৰ বান্ধৰ ওপৰত যিয়ে সংক্ৰান্তিৰ পহৰাৰ ভাৰ লয়, পৰ্বতৰ
ভাঙৰ বান্ধবিলাকৰ শব্দময় ওখ চূড়াৰ ওপৰত, আৰু বিৰাট
মহাসাগৰীয় জলকপাট সমূহৰ ওপৰত ; সেইজন, হঠাতে, যাৰ
কাৰণে নিসৃত হয় এই পৃথিবীৰ আৰোগ্যাতীত নিঃশ্বাস—
ঔপনিবেশিক উৎপন্ন বস্তুৰ বিৰাট ভঁড়াল আৰু পন্যাগাৰবিলাকৰ
ভেঁকুৰা গোন্ধত, তাত, য'ত মছলা আৰু সেউজীয়া শস্য উপচি
পৰে নীৰস ৰচনাৰ ওপৰৰ সৃষ্টি চৰাচৰৰ দৰে শীত যাপনৰ
চন্দ্ৰাবিলাকত ; যিয়ে ঘোষণা কৰে গিৰিবিদ্যা, বতৰ বিজ্ঞানৰ
বিৰাট সম্মিলনবিলাকৰ সমাপ্তি আৰু সেয়ে হৈছে বৃক্ষোদ্যান আৰু 310
জলজাগাৰ চোৰাৰ সময়, আৰু নটীপাৰাবিলাকলৈ যোৱাৰ,
সুন্দৰ শিলকটা কাৰখানাবিলাকলৈ আৰু প্ৰবল প্ৰকম্পক
মানুহবিলাকৰ প্ৰাংগনলৈ।
মনৰ বিষয়ে গবেষণাৰ কাৰণে যিয়ে বেংকত একাউণ্ট খোলে ;
যিয়ে তেওঁৰ নতুন ৰচনাৰ আসনশ্ৰেণীৰ ভিতৰত সভাৰ এক অতি বৃহৎ
প্ৰাণ চাঞ্চল্যত প্ৰবেশ কৰে, আৰু, তিনি দিন ধৰি তেওঁৰ মাকৰ বাহিৰে
যাৰ নীৰৱতা সম্পৰ্কে কাৰো দৃষ্টি নাই, সকলোতকৈ বুঢ়ী চাকৰণী
জনীৰ বাহিৰে যাৰ শোৱনি কোঠাত সোমোৱাৰ কাৰো অধিকাৰ নাই ;
যিয়ে নাদলৈ নিজৰ বাহনক লৈ যায় কিন্তু নিজে তাত পানী
নাখায়, ঘোঁৰাৰ জীন থোৱা ঘৰত যিয়ে মমৰ গোন্ধতকৈও তীব্ৰ 320
এটা গোন্ধৰ সপোন দেখে ; যিয়ে বাৰবৰ দৰে দুটা প্ৰচণ্ড
পৌৰুষময় সংঘৰ্ষৰ মাজৰ সময়খিনিত এখন সুন্দৰ প্ৰাংগন তলক
ভক্তি কৰিবলৈ কবিৰ পোছাক পিন্ধে, যিয়ে এটা গীৰ্জাৰ ভিতৰ
অংশৰ উৎসৰ্গাৰ সময়ত উদ্‌ভ্ৰান্ত হৈ পৰে, আৰু দুৱাৰৰ
ওপৰৰ ত্ৰিভুজাকৃতি ভিতৰ সোমোৱা ঠাইত আছে তেনে কিছুমান
কাণৰ আকৃতিৰ কাৰুকাৰ্য শব্দ সংৰক্ষণৰ কাৰণে দিয়া বেৰত।
যাৰ উত্তৰাধিকাৰ হিচাপে আছে দেৱোত্তৰ মাটিত, শেষ
তেলীয়া সাৰেংবোৰ থকা চিকাৰৰ ঠাই আৰু শেন চোৰা বিদ্যাৰ
বিষয়ে লেখা সুন্দৰ কিতাপবোৰেৰে সৈতে, যিয়ে কাৰবাৰ কৰে
চহৰত, অতি বৃহৎ কিতাপবিলাকৰ ! জ্যোতিষ পুস্তক, নিত্যপূজা 330

পদ্ধতি আৰু জন্তু-ভিত্তিক নীতিপাঠবিলাকৰ ; শব্দ বিজ্ঞানৰ
বিভক্তি প্ৰত্যয় প্ৰকৰণৰ বাবে যি উদ্বিগ্ন, সংকেতৰ পৰিবৰ্তন আৰু
ভাষাৰ বিপুল অবক্ষয়ৰ, শব্দাৰ্থবিদ্যাৰ বিৰাট তৰ্কসভাবিলাকত
যিয়ে ভাগ লয়, যি সাধাৰণ গণিতৰ বিশাৰদ আৰু
সময় বদলি থকা উৎসৱবিলাকৰ পঞ্জিকাৰ তিথি গণনা কৰি
আনন্দ পায় ( সোণালী সংখ্যা ; ৰোমীয় সম্পত্তি-মূল্যাংকন
চান্দ্ৰ সৌৰ বৰ্ষগণনা ; প্ৰভু-দিবস সূচক বৰ্ণবোৰ ), যিয়ে ভাষাৰ
ক্ৰিয়াপদৰ শ্ৰেণীক্ৰম প্ৰদান কৰে ; যাক দেখুওৱা হয়, অতি
উচ্চ স্থানত, শিখাৰ নিৰ্বন্ধিত উজ্জ্বল বিৰাট শিলবিলাক……

সেইবিলাকেই হৈছে নিৰ্বাসনৰ ৰাজপুত্ৰ মোৰ গীতৰ 340
বাবে যাৰ কৰিবলগীয়া একো নাই।"

বিদেশী, এই পৃথিৱীৰ সকলো বালিৰ ওপৰত, দৰ্শক
আৰু সাক্ষী নোহোৱাকৈ এটা স্মৃতিৰহিত শংখধ্বনি পছোৱা
বতাহৰ কাণলৈ লৈ যায়।

আমাৰ নগৰপ্ৰান্তৰ অনিশ্চিত অতিথি, তুমি কেতিয়াও
লয়েড্‌চ্ কোম্পানীৰ দুৱাৰদলি পাৰ হব নালাগে য'ত তোমাৰ
কথাৰ কোনো মূল্য নাই আৰু তোমাৰ সোণৰ কোনো দাম নাই।

"মই মোৰ নামৰ মাজত বাস কৰিম" বন্দৰত কৰা
প্ৰশ্নতালিকাৰ উত্তৰ তোমাৰ আছিল এই। মুদ্ৰা বিনিময়কৰ
আগত তোমাৰ গোলমলীয়া বস্তুৰ বাহিৰে তোমাৰ একো 350
দেখুৱাবলগীয়া নাই ;

(৭)

বজ্ৰই খান্দি উলিওৱা লোৰ ভঙনীয়া পইচাৰ দৰে।
"বিজুলীৰ বাক্যবিন্যাস ! হে নিৰ্বাসনৰ বিশুদ্ধ ভাষা ! বহু দূৰ
সিটো পাৰ য'ত বাণী প্ৰদীপ্ত হৈ উঠে ;

তিৰোতামানুহৰ দুখন ছাইসনা কপাল, একেই আঙুলিৰে
লিপি দিয়া, খৰখৰিৰ মুখত থকা তিৰোতা মানুহৰ দুখন

পাখী, একে নিশাহেৰে উত্তোলিত……

শোৱে নে এই ৰাতি, ফস্ফোৰাচৰ ডাঙৰ গছৰ তলত,
হে পৃথিবীৰ ওপৰৰ প্ৰাৰ্থনাৰ হৃদয়, হে নিষিদ্ধ বস্তুৰ মাতৃ,
যেতিয়া শোৱানি কোঠাৰ আইনাত তেওঁৰ মুখমণ্ডল মুদ্ৰিত হৈছিল ? ৩৬০

আৰু তুমি বিজুলীত অতি তৎপৰ, ও, তুমি তেওঁৰ আত্মাৰ
আনটো পাৰত জিকাৰি উঠিবলৈ অতি তৎপৰ, তেওঁৰ শক্তিৰ
সহচৰ আৰু শক্তিৰ দুৰ্বলতা, তোমাৰ যাৰ তেওঁৰ নিশাহ সদায়ে
মিহলি হৈ আছিল

তুমি বহিবা নেকি আকৌ তেওঁৰ এৰি থৈ যোৱা বিছনাত,
তোমাৰ নাৰীৰ আত্মাৰ শিয়ৰণত ?

নিৰ্বাসিন মুঠেই কালিৰ পৰা পৰা নহয় ! নিৰ্বাসিন মুঠেই
কালিৰ পৰা নহয় !……ঘৃণা কৰা হে নাৰী, তোমাৰ
চালৰ তলৰ বাৰ্বাৰী দেশৰ এটা চৰাইৰ গীত……

যদি তোমাৰ নাৰীৰ নিশাৰ-আৰ্তনাদে সৌভাগ্যৰ দ্ব্যৰ্থক ৩৭০
ঈগল চৰাইক তাৰ ওখ বাঁহত আকৌ আক্ৰমণ নকৰে, তুমি
কেতিয়াও বহু দূৰৰ ধুমুহাক আমাৰ খোজৰ গতি বৰ্ধিত কৰা
নুশুনা !

মনে মনে থাক দৌৰ্বল্য, আৰু তই, ৰাতিৰ বাদামৰ দৰে
বিবাহিতৰ গাত ৰাতি পোৱা সুবাস ।

বালিত চাৰিওফালে ঘূৰি ফুৰা, সাগৰবিলাকত চাৰিওফালে
ঘূৰি ফুৰা, মনে মনে থাকা কোমলতা, আৰু তুমি, মোৰ ঘোঁৰাৰ
জীনৰ সমান ওখত তৰি থোৱা পালৰ দৰে উপস্থিতি ।

মই নৰ্মদৰ স্ৰোত-পথৰ বাট আকৌ ল'ম, অপৰস্বকৰণীয়
সমুদ্ৰৰ নিচেই কাষেদি……ওঁঠত এটাও ভাৰ্বেনা ফুল নাই, ৩৮০
কিন্তু জিভাৰ ওপৰত আকৌ, লোণৰ দৰে, পুৰণি পৃথিবীৰ
আলোড়ন ।

যখাৰ আৰু চোডাখাৰ হৈছে নিৰ্বাসনৰ বিষয় বস্তু ।

আমাৰ ভবাৰ   হাড়েৰে সজা দৌৰা-পথাৰৰ ওপৰত কৰ্মকাণ্ডৰ বাবে
লাৰ যায়।   বিজুলীয়ে মোৰ কাৰণে বিশাল নকুচাৰ বিছনা মুকলি
কৰে।   ধুমুহাই মিছায়ে মোৰ কাৰণে অনুপস্থিতিৰ সীমা আঁতৰায়।
সেইবিলাকে যিয়ে আটলান্তিকৰ বিস্তীৰ্ণ পশ্চিম ভাৰতীয়
দ্বীপবিলাকত ক্ৰচ-চিনেৰে বন্দনা কৰিছিল, সিবিলাকে যিয়ে
গভীৰতাৰ সজীবতাত নতুন ধাৰণা শুঙে, ভবিষ্যতৰ দুৱাৰত যিবিলাকে
শিঙাত ফু দিয়ে                                                    ৩৯০

জানে যে নিৰ্বাসনৰ বালিত বিজুলীৰ চাবুকৰ অতিশয়
প্ৰচণ্ড মেৰুৱাই থোৱা আবেগে স্নুহুৰিয়ায়······হে অপব্যয়ী
জুন মাহৰ সাগৰৰ ফেন আৰু লোণত !   আমাৰ মাজত তোমাৰ
গূঢ় ৰহস্যাবৃত গীতৰ শক্তি জীবন্ত কৰি ৰাখা।
যেনেকৈ সেইজনে যিজনে দূত জনক কয় আৰু সেই তাতে
তেওঁৰ বাৰ্তা "আমাৰ তিৰোতাবিলাকৰ মুখ ঢাকি দিয়া ;
আমাৰ পুত্ৰসকলৰ মুখ তুলি ধৰা ; আৰু হুকুম হৈছে
তোমালোকৰ দুৱাৰদলিৰ শিলবিলাক ধুবলৈ······তোমালোকক
মই ক'ম খুব লাহে লাহে সেই নিজবাব নাম য'ত, কালিলৈ ;
আমি এটা নিৰ্ভেজাল ৰোষ ধুৱাম                                      ৪০০

আৰু এয়েই সময়, হে কবি, তোমাৰ নাম, জন্ম আৰু
জাতি ঘোষণা কৰাব।

## কবি-পৰিচয়

দুটা ভাষাৰ বৰ্ণ বা বৰ্ণমালা একে আকৃতিৰ হলেই যে তাৰ উচ্চাৰণো একে ধৰণৰ হব তাৰ কোনো নিশ্চয়তা নাই। অসমীয়া আৰু বঙলা বৰ্ণমালাৰ আকৃতি প্ৰায় একেই, কিন্তু উচ্চাৰণৰ প্ৰভেদৰ কথা ভাবকচোন! ইংৰাজী আৰু ফৰাচী ভাষাৰ বৰ্ণমালা একেই আকৃতিৰ ৰোমান লিপি। কিন্তু উচ্চাৰণৰ বহুত পাৰ্থক্য। মানুহৰ আৰু ঠাইৰ নামৰ ক্ষেত্ৰত ই আৰু বেছি নিয়ম-বন্ধন-নিৰপেক্ষ।

ফৰাচী কবি St. (Saint)—John Perse-ৰ নামৰ উচ্চাৰণ সম্পৰ্কে মই সুনিশ্চিত হব নোৱাৰিলোঁ। ফৰাচীত ইংৰাজী John (জন) নামটো নাই। ইংৰাজী John-ৰ ফৰাচী তুল্য-ৰূপ হৈছে Jean (জ*) যদিও আকৌ অসমীয়া 'জ' উচ্চাৰণ বা ইংৰাজী 'j' উচ্চাৰণ ফৰাচী 'j'ৰ লগত একে নহয়। ফৰাচী 'j' আখৰটো জিভাৰ বহল ফালৰ দুইটা ফাল তালুত লগাই মাজেৰে বতাহ উলিয়াই দি উচ্চাৰণ কৰিব লাগে। তদুপৰি এটা প্ৰশ্ন হৈছে 'Saint' শব্দটো ফৰাচীতো আছে, ইংৰাজীতো আছে। ফৰাচীত ইয়াৰ উচ্চাৰণ হৈছে চাঁ, ইংৰাজীত 'চেণ্ট' (চেইণ্ট নহয়)। আকৌ Saint-John এটা শব্দ নে দুটা শব্দ? বঙালী কবি আৰু ফৰাচী ভাষাবিদ শ্ৰীযুত অৰুণ মিত্ৰক মই সুধিছিলোঁ। তেখেতে 'চাঁ-ঝন্' উচ্চাৰণ সমৰ্থন কৰে। কলিকতাৰ আলিআঁচ ফ'চেজ (alliance francaise, ফৰাচী শিক্ষাকেন্দ্ৰ)ৰ এজন শিক্ষকক সোধোঁতে তেওঁ ক'লে যে ইংৰাজীত উচ্চাৰণ চেণ্ট-জন হব আৰু ফৰাচীত চাঁ-জ*। অসমীয়াত কি হব? সকলোবিলাক ওজন কৰি এই উচ্চাৰণ লৈছোঁ। পিছত ১৯৯০ চনত Alain Lerond লিখিত ফৰাচী উচ্চাৰণ অভিধানত পালো যে এই উচ্চাৰনেই শুদ্ধ।

বহু চেষ্টা কৰিলোঁ নামৰ সঠিক উচ্চাৰণ উলিয়াবলৈ কিন্তু জাতীয় গ্ৰন্থাগাৰকে ধৰি কোনো ঠাইতে তাৰ সন্ধেদ নাপালোঁ। অৱশ্যে মানুহ বা ঠাইৰ নামৰ উচ্চাৰণ লৈ বেছি ব্যতিব্যস্ত হোৱাৰ আৱশ্যক নেদেখোঁ। Paris অৰ ফৰাচী উচ্চাৰণ হৈছে পাঘী (মোটামুটি—পাৰী নহয়।) আমি ইংৰাজী মতে পেৰিচ কৈ আহিছোঁ। একো দোষ নাই। সৰুতে গাৰ্লীয়া স্কুলত পঢ়োঁতে আমি টেম্ছ্ নদী বা আল্পছ্ পৰ্বতক থেম'চ নদী আৰু আল্প'চ পৰ্বত বুলি কৈছিলোঁ—একো দোষ নাই। ফৰাচী সকলে ইংৰাজ ৰাজনীতিসেৰী চাৰ্চিল (Churchill) অৰ নাম

উচ্চাৰণ কৰে 'চুৰ্চিল' বুলি। ইংৰাজ উপাধি Cholmondeleyৰ উচ্চাৰণ চ্চামলি। চাৰভাণ্টিচ বা কাৰভাণ্টিচে 'ডন কুইকচোট' কিতাপ লেখা বুলি আমি অসমীয়া অনুবাদ যোগে জানোঁ। সি থেৰভান্তেচৰ ডন্ কিহোতে নামৰ কিতাপ। চেণ্ট-জন পেৰ্চৰ আচল নাম Alexis Saint-Leger Leger ( আলেক্সি চাঁ-লেজে লেজে ) মোৰ আগৰ কিতাপ 'কিছুমান পদ্য আৰু গান'ত মই জানিশুনিও ওপৰচকুৰামিৰ ফলত চাঁ-লেজাৰ লেজাৰ লেখিছিলোঁ। তাৰ বাবে মই ক্ষমাপ্ৰাৰ্থী। লেখা লেখি কৰি (ফৰাচী আৰু মাৰ্কিন সংস্থাবিলাকৰ লগত) কবি জনৰ ছদ্মনামৰ সঠিক উচ্চাৰণ উৎসাহী জনে ঠিক কৰি লব পাৰে। মই অলস আৰু উৎসাহ ৰহিত—সিমানখিনি কৰিবৰ স্পৃহা নহ'ল।

চেণ্ট-জন পেৰ্চৰ জন্ম হয় ১৮৮৭ চনত। মৃত্যু ১৯৭৫ চনত। কাব্য যদি মূলতঃ শব্দৰ সম্ভাৱনাৰ সন্ধান, ফৰাচী কবি চেণ্ট-জন পেৰ্চ এই সন্ধানৰ শ্ৰেষ্ঠ সন্ধানীসকলৰ এজন। শব্দৰ যোগেদি এখন শব্দ নিৰপেক্ষ বা শব্দৰ অভিধাৰ অতীত জগতৰ সৃষ্টি কৰা বা তাৰ আভাস দিবৰ চেষ্টা কৰা কাব্য কৰ্মৰ এটা প্ৰাচীন কিন্তু অপূৰ্ণ অভিলাষ। কাব্যৰ ইতিহাসো দৰ্শনৰ ইতিহাসৰ দৰে শব্দৰ লগত যুদ্ধত মানৱ মনৰ পৰাজয়ৰ ইতিহাস। ১৯ শতিকাৰ ফৰাচী কাব্যৰ পৰম্পৰাত এই সংঘাতৰ এটা প্ৰস্ফুটিত ৰূপ পোৱা যায় ষ্টেফান মালাৰ্মে আৰু আৰ্থুৰ ৰ্যাঁবোৰ কাব্যত। চেণ্ট-জন পেৰ্চ এই পৰম্পৰাৰ বাহক।

উপমান আৰু উপমেয়ৰ অভাৱনীয় অসংলগ্নতাৰ মাজতে এটা ঐক্যৰ আস্বাদ পেৰ্চৰ কাব্যৰ বৈশিষ্ট্য। পঞ্চভূতৰ বিস্তৃত, গভীৰ আৰু অতীন্দ্ৰিয় উপলব্ধি তেওঁৰ কাব্যৰ প্ৰধান উপাদান।

মূল কবিতাটোৰ নাম এগ্‌জিল (Exil)। ১৯৪১ চনত প্ৰকাশিত। ই লিখিত হয় মাৰ্কিন যুক্তৰাষ্ট্ৰৰ উত্তৰ পূৱ ভাগত অৱস্থিত ৰাজ্য নিউ জাৰ্চিৰ লং বীচ আইলেণ্ড অঞ্চলৰ ( নিউয়ৰ্ক নগৰৰ ওচৰৰ ) হাৰ্ভে চেদাৰ্চ নামৰ এটা ঘৰত। এইখিনিতে কবি পেৰ্চৰ জীৱনীমূলক কেইটামান কথা প্ৰাসংগিক হ'ব। ১৯৩৩ চনৰ পৰা ১৯৪০ চনৰ ১৮ মে'লৈ তেওঁ ফ্ৰান্সৰ বৈদেশিক মন্ত্ৰীদপ্তৰৰ মহা সচিব আছিল। ভাৰতৰ বৈদেশিক সচিবৰ লগত এই পদ তুলনীয়। ১৯৪০ চনত দ্বিতীয় মহাযুদ্ধত ফ্ৰান্সৰ পতনৰ সময়ত তেওঁ যুক্তৰাষ্ট্ৰলৈ স্বেচ্ছা নিৰ্বাসন লয়। নিৰ্বাসন কবিতাটোত ইয়াৰ আভাস অনুভূত হয়। ১৯৬০ চনত তেওঁ সাহিত্যত নোবেল বঁটা লাভ কৰে।

বঁটা দিয়াৰ কাৰণ চুইডেনীয় আকাডেমিয়ে বিবৰিছিল এইবুলি, "আমাৰ সমকালৰ অৱস্থা অলৌকিক দৃষ্টিৰে প্ৰতিফলিত কৰা তেওঁৰ কবিতাৰ উচ্চ উড্ডয়ন আৰু উদ্বোধক কল্পচিত্ৰমালাৰ কাৰণে", যদিও, ১৯৫৩ চনৰ ২৬ জানুৱাৰীত লেখা এখন চিঠিত তেওঁ এই বঁটা পোৱাৰ সম্ভাবনাক 'উদ্ভট' বুলি বৰ্ণনা কৰিছিল। লেজে পৰিয়াল কেইবা পুৰুষো ধৰি পশ্চিম ভাৰতীয় দ্বীপ-পুঞ্জৰ ফৰাচী গুৱাদলুপ বিভাগত বসবাসী আছিল কিন্তু সেই দ্বীপপুঞ্জত দেখা দিয়া আৰ্থিক সংকট বশতঃ পৰিয়ালটো ১৮৯৯ চনত ফ্ৰান্সলৈ ঘূৰি আহে।

কবিজনৰ জীৱনী সম্পৰ্কে আৰু নেলেখাই ভাল হব কাৰণ তেওঁৰ নিজৰ কথাতে, "দুখৰ বিষয়, লেখকৰ ব্যক্তি জীৱনৰ বিষয়ে পাঠকৰ জনা দৰকাৰ এই ধাৰণাৰ লগত মই নিজক খাপ খুৱাব নোৱাৰোঁ...অন্ততঃ শৰ্তহীনভাবে। তাৰ কাৰণেই কাব্যৰ শব্দই প্ৰয়াস কৰা আৱশ্যক...মই মোৰ ব্যক্তিত্ব দুটাক বেলেগাই ৰাখিবলৈ কঠোৰ ভাবে আনুগত্যবন্ধ।"

পেৰ্চৰ ৰচনাৰীতিৰ এটা বিশিষ্ট বিন্যাস আছে। এই কবিতাটোত তেওঁৰ আনবিলাক কবিতাৰ দৰে ফৰাচী মধ্যযুগীয় মহাকাব্য লেচ্ (laisse) অৰ আংগিকত লেখা। 'লেচ্' অৰ গঠন বিভিন্ন দৈৰ্ঘ্যৰ স্তবক সম্বলিত। প্ৰত্যেক পংক্তি একেই ধ্বনি-সংগত স্বৰ বৰ্ণত। অৱশ্যে পেৰ্চ এ ইয়াক শিথিল অৰ্থতহে ব্যৱহাৰ কৰিছে। বাইবেলত ব্যৱহৃত বিশিষ্ট ছন্দ verset (ইংভাৰ্চেট, ফঃ ডেৰ্খ্চেৰ) লগতো কোনো কোনোৱে ইয়াৰ সাদৃশ্য দেখিছে। এই ছন্দ বন্ধন অসমীয়ালৈ অনা সম্ভৱ নহয়। তেওঁৰ ছন্দ বন্ধন সম্পৰ্কে কবিৰ নিজৰ এই কথাখিনি মনকৰিবলগীয়া। "অৱশ্যেই ইয়াত ছন্দবন্ধন আপাতদৃষ্ট নহয়, যদিও 'মুক্ত পদ্য' বা গদ্য কবিতা বা...কাব্যিক গদ্যৰ সাম্প্ৰতিক ধাৰণাবিলাকৰ লগত ইয়াৰ কোনো সম্পৰ্ক নাই...বৰং ই সেইবিলাকৰ সম্পূৰ্ণ বিপৰীত।"

ইংৰাজী কবিতাক তেওঁ অভিহিত কৰিছিল "বিবৃতিৰ কবিতা" বুলি।

এজন সমালোচক—যাৰ নাম মোৰ মনত নাই—তেওঁ কৈছিল যে পেৰ্চৰ কবিতাত আছে "ইন্দ্ৰিয়ানুভূতিৰ উৎসৱ"। এই মন্তব্য বৰ যথাযথ বুলি মোৰ ধাৰণা। কবিৰ আৰু দুষাৰ কথাৰে মোখনি মাৰোঁ।

"সাহিত্যিক মতবাদ বিষয়ে মোৰ সূত্ৰবন্ধ কৰিবলগীয়া একো কথা নাই।"

"কাব্যিক প্ৰক্ৰিয়াকেই চিনি পোৱাত অসফল হোৱাটো সমালোচকমনৰ কাৰণে স্বাভাবিক।"

## টোকা

এজন অসমীয়া লেখকে অলপতে লৈখিছে যে অসমীয়া লেখকে ফৰাচী আদি ভাষাৰ পৰা ইংৰাজীৰ সহায় নোলোৱাকৈ অনুবাদ কৰিব পাৰে বুলি তেওঁ বিশ্বাস নকৰে। তেওঁ বিশ্বাস কৰক নকৰক এই কবিতাটো মই ফৰাচী মূলৰ পৰা ইংৰাজী অনুবাদ নোচোৱাকৈয়ে অনুবাদ কৰিবলগীয়া হৈছিল। তাৰ কাৰণ কেইবাটাও ! প্ৰথম, ইংৰাজ অনুবাদ চাব খোজা নাছিলোঁ। বহুত কষ্ট কৰি মই ফৰাচী ভাষাটো শিকিবৰ চেষ্টা কৰিছিলোঁ—এতিয়াও প্ৰত্যেক দিনেই কৰোঁ। শ্ৰীযুত হোমেন বৰগোহাঞিয়ে কৈছিল যে প্ৰথম যেতিয়া তেওঁ মোক লগ পায় ১৯৪৬-৪৭ চন মানত, গুৱাহাটীৰ তেতিয়াৰ কাৰ্জন হল পুথিভঁড়ালত, তেতিয়াও হেনো মই ফৰাচী-ইংৰাজী অভিধান চাই আছিলোঁ। মোৰ ঠিক মনত নাই কিন্তু সোনকালেই বুজিছিলোঁ যে এই বিদ্যা গুৰুমুখী—কিতাপ পঢ়ি শিকিব নোৱাৰি। কিন্তু চেষ্টা এৰা নাছিলোঁ। শেষত ১৯৬৮ চনত আলিয়াঁচ ফ'চেজ ( alliance francaise )-ত যথাৰীতি স্কুলত নাম লগাই পঢ়াশুনা আৰম্ভ কৰোঁ। বুঢ়া শালিকাই মাত ধৰিবৰ চেষ্টা। কিন্তু এই চেষ্টাৰ ফলত, ( মই ভাবিছিলোঁ কম্পিউটাৰ ভ্ৰমত ) প্ৰায় দুবছৰ প্যাৰিচত থাকিবলৈ সুবিধা পাইছিলোঁ। আপেক্ষিক স্বাচ্ছন্দ্যত থাকি যেতিয়া নিজে ভাত ৰান্ধি ( সাধাৰণতে তিনিদিনীয়ালৈকে বাহী খিচিৰি ) খাই চলিবলগীয়া হৈছিল তেতিয়াৰ পৰাই মই ঠিক কৰিছিলোঁ যে এই বহু কষ্টোপাৰ্জ্জিত, বহু মনস্তাপ বিজড়িত ভাষাটোৰ চৰ্চা মই আমৰণ ৰাখিব লাগিব। গুৱাহাটীলৈ ঘূৰি আহি দেখিলোঁ এই ভাষাটোৰ চৰ্চা ৰখা কঠিন হ'ব। কথা পাতিব পৰা মানুহ ১৯৭৫ চনত গুৱাহাটীত নাছিল। কিতাপো মোৰ হাতত ফৰাচী দেশৰ পৰা অনা অনধিক দুকুৰিৰ বাহিৰে পাবলৈ নাই। মই তেতিয়া অনুবাদত ধৰিলোঁ। আকৌ ইচ্ছা কৰিয়েই ফৰাচী-ফৰাচী অভিধান চাই। ভুল হ'ল কিছু কিছু, কিন্তু আনন্দও পালোঁ পাচত ইংৰাজী অনুবাদৰ লগত মিলাই চাই যে পৰিশ্ৰম অথলে যোৱা নাই। মই চেন্ট-জন পেৰ্চৰ কাব্য সংগ্ৰহ প্যাৰিচৰ পৰা লৈ আহিছিলোঁ। তাত ইংৰাজী অনুবাদ নাই। এই 'নিৰ্বাসন' ( Exil ) নামৰ কবিতাটোৰ ইংৰাজী অনুবাদ মোৰ হাততো নাছিলেই, গুৱাহাটীত বা কলিকতাৰ আলিয়াঁচ ফ'চেজ্ বা জাতীয় গ্ৰন্থাগাৰতো বিচাৰি নাপালোঁ। ঠিক সাঁথৰৰ উত্তৰ মিলিলে যেনেকুৱা আনন্দ পাই তেনেকুৱা আনন্দৰ কাৰণেই বিচাৰিছিলোঁ। প্ৰকাশ কৰাৰ উদ্দেশ্য তেতিয়ালৈকে নাছিল।

বহুদিন পাচত মই প্ৰায় আকস্মিক ভাবেই জাতীয় গ্ৰন্থাগাৰতেই ইয়াৰ অনুবাদ এটা পালোঁ যিটোক মই Davelin অনুবাদ বুলি তলত উল্লেখ কৰিছোঁ। মোৰ ফৰাচীৰ জ্ঞান কম। ২১ বছৰৰ। আজি ৫৭ বছৰে ইংৰাজীকে ভালকৈ আয়ত্ব কৰিব নোৱাৰিলোঁ।

শাৰী ৩ ঃ 'পাখী মেলি পৰি থকা সূৰ্যটো' (মূল ঃ l'astre roue vif ঃ লাস্ট্ৰ ৰুৱে ভিফ্) । l'astre শব্দটোৰ মূলানুগ অৰ্থ হয় 'জ্যোতিষ্ক'। মই সেই ধৰণেই অনুবাদ কৰি থলোঁ। পাচত কৰিব নিজৰ এটা মন্তব্য পালোঁ। তেওঁ কৈছে যে সূৰ্য সাগৰৰ ওপৰেদি উঠি অহাৰ ই এটা কল্পচিত্ৰ—এটা সৰল দৃষ্টি গ্ৰাহ্য কল্প-চিত্ৰ। তাত হিটলাৰীয় স্বস্তিকা দেখা পোৱাক তেওঁ উপলুঙা কৰিছে। ( A. J. Knodel অনুবাদিত চেণ্ট-জন পেৰ্চ অৰ চিঠিপত্ৰ, প্ৰিন্সটন পৃঃ ৪৯২ )। Davelin অনুবাদত 'sun beaten out'।

শাৰী ১১ ঃ টৰিদ ঃ টৰাচ বা বৃষ নক্ষত্ৰপুঞ্জৰ পৰা বিকীৰ্ণ হোৱা যেন দেখা যোৱা উল্কাপিণ্ডৰ শ্ৰেণী। ২০ ন'ভেম্বাৰৰ ওচৰাওচৰি সময়ত ই বিকীৰ্ণ হোৱা যেন দেখা যায়।

শাৰী ১৪—১৫ ঃ 'বেদীবিলাকৰ ৰং দিয়া বাহিৰ কোণ ধৰে (মূল ঃ la corne peinte des autels ঃ লা ক'ৰ্ণ পেঁত ডেচটেল)। ইয়াৰ Davelin অনুবাদ 'the painted altar horns'। কোনোবা পাঠকে যদি Davelin অনুবাদ পঢ়েও, 'horn' মানে যাতে 'শিং' বুলি নধৰে। মই প্ৰথমতে ধৰিছিলোঁ। পেৰ্চ কঠিন কবি-হয়তো উপমাৰ বিস্তাৰ মই ধৰিব পৰা নাই। পাচত পালোঁ। 'horn' মানে 'শিং' নহয়। 'altar horn'-ৰ এটা মধ্য-ইংৰাজী অৰ্থ হৈছে য়িহুদী সকলৰ মন্দিৰৰ বেদীৰ শিঙৰ দৰে কোণ। Davelin অনুবাদৰ বহুবচনৰ 'horns' অনুবাদৰ লগত মোৰ পাৰ্থক্য আছে। মূলত কৈছে 'la horne' অৰ্থাৎ একবচনত কোণ।

শাৰী ১৭ ঃ 'চিৰ্টিচ' ঃ আফ্ৰিকাৰ উত্তৰ উপকূলৰ ওচৰত থকা দুডোখৰ বিস্তীৰ্ণ পলসুৱা ঠাই।

শাৰী ২৫ ঃ 'শায়িত হৈ আছে' ঃ মূল (ফ) git। কবৰৰ ফলকত যেনে ci – git = ইয়াত শায়িত। লক্ষ্যণীয় শায়িত মানে 'যি শুই আছে' নহয়, 'যাক শুৱোৱা হৈছে'।

শাৰী ৪৮ ঃ ৰাতিপুৰায়ে। এই বাক্যত ৰাতিপুৰা কৰ্তা।

শাৰী ৫৮ ঃ প্ৰিটোৰীয় ঃ ৰোমীয় সাম্ৰাজ্যৰ ভাৰ-ভেঁটী পালেই সকলো কৰিবলৈ সক্ষম সৈন্যদল।

শাৰী ৬৬ ঃ 'নৈৰ বালি' ঃ মূল greves ঃ (নিকটতম উচ্চাৰণ গ্ৰাভ)।

চেন (Seine) নদী যাক অসমীয়া লেখিকাই তেওঁৰ ৰচনাত কৰিছে 'চিয়েন'। 'চিয়েন নদীৰ ঢৌ' তেওঁৰ কিতাপৰ নাম। যি নদী প্যাৰিচ চহৰৰ মাজেৰে বৈ গৈছে আৰু যাৰ দুই পাৰ, বাওঁপাৰ, সোঁপাৰ (la rive gauche আৰু la rive droite) ক'ল য়ুৰোপীয় সংস্কৃতি-ভাৱনাত এনে তোলপাৰ তাৰ পাৰত বা বালিতে (এতিয়া বালি নাই, পাৰ শিলেৰে বন্ধোৱা) অসন্তুষ্ট শ্ৰমিকে ধৰ্মঘটৰ বাবে সমবেত হৈছিল সেয়ে greve মানে ধৰ্মঘটো, greve মানে বালি বা নৈৰ পাৰো। Davelin অনুবাদত (ইং) Shore।

শাৰী ৭২ ঃ 'মুধত' (মূল au comblede l'acces, ও কম্বু দ্ল্লাক্চে। Davelin অনুবাদ at the pitch of passion'। (ফ) comble অৰ প্ৰাথমিক অৰ্থ 'মুধ'। অসমীয়াত মুধ কৰিলে মূলৰ বেছি ওচৰৰ চাপিব বুলি মোৰ বিশ্বাস।

শাৰী ৭৭ ঃ নুমিদিয় ঃ নুমিদিয়া উত্তৰ পশ্চিম আফ্ৰিকাৰ এখন প্ৰাচীন দেশ। আধুনিক আলজাৰিয়া। প্যুনিক যুদ্ধত ইয়াৰ ৰজাই ৰোমীয় শাসকবৰ্গৰ লগত যোগ দি কাৰ্থেজৰ পৰা স্বাধীনতা লাভ কৰে। (খৃঃ প্ৰথম শতাব্দী)।

শাৰী ১০২ ঃ লেচাৰী ঃ (মূল un iambe, এনিয়াম ঃ ইং iambic verse আয়েম্বিক, বাদ্যৰ দ্বিমাত্ৰিক চৰণ ঃ প্ৰায় অসমীয়া লেচাৰী ছন্দ।

শাৰী ১২১ ঃ অপপ্ৰেমিতা (মূল malaimee, Davelin অনুবাদ crossed in love.)

শাৰী ১২৬ ঃ চিবিল ঃ গ্ৰীচ আৰু ৰোমৰ পুৰাবৃত্তৰ ভবিষ্যবক্তৃী। চিবিল ১০ জনী। কুমীয় চিবিলেই প্ৰখ্যাত। টি. এচ. এলিয়টৰ দ্য ৱেইষ্ট ল্যাণ্ডৰ শীৰ্ষ বাণীত উল্লেখ আছে।

শাৰী ১৩১ ঃ হায়াদিজ্ ঃ বৃষ ৰাশিত দৃষ্টিগোচৰ প্লাইঅ্যাড নক্ষত্ৰপুঞ্জৰ ওচৰৰ নক্ষত্ৰপুঞ্জ, এই নক্ষত্ৰপুঞ্জৰ প্ৰধান নক্ষত্ৰ হ'ল গাঢ়-ৰঙা তৰা এইলডি-বাৰেন।

শাৰী ২০৫ ঃ আৰচাচেজ ঃ পাৰ্থীয় আৰচাচিদ্ ৰাজবংশৰ আদি পুৰুষ (খৃঃ পূঃ ২৫০)।

শাৰী ২১০ ঃ চাহেল ঃ উত্তৰ-মধ্য আফ্ৰিকাৰ খৰাং অঞ্চল। পশ্চিমে চেনেগালৰ পৰা পূবে ইথিওপিয়ালৈ বিস্তৃত।

শাৰী ২১১ ঃ সন্ধানী যাত্ৰিদল ঃ ( মূল l'azalaie, davelin অনুবাদ holy, caravan ) ঃ আফ্ৰিকাৰ মৰুভূমিৰ বছৰেকীয়া লবণ সন্ধানী যাত্ৰিদল ( ওপৰোক্ত A J Knodel-ৰ কিতাপ পৃঃ ৪৪৮ )

শাৰী ২১৩ ঃ চেষ্টাৰ্চ ঃ ৰোমীয় মুদ্ৰা। প্ৰথমতে ২½ গাধাৰ মূল্যৰ পাচলৈ ৪টা গাধাৰ।

শাৰী ২২৬ ঃ লা'ব ৰহণ দিয়ে ঃ চীনবাসী লাৰে বোলোৱা কাৰিগৰৰ শেষ পৰিয়ালটোৱে সাগৰৰ ওপৰত বাস কৰিবলৈ বৰ বেয়া পাইছিল। "হালধীয়া বতাহে" বৈ নিয়া ধূলিৰ পৰা ৰক্ষা পৰিবলৈকে তেওঁলোকে সাগৰৰ মাজত বাস কৰিব লগীয়া হৈছিল ( ওপৰোক্ত AJ Knodel-ৰ কিতাপৰ ৩৬৬ পৃঃ কনৰাডলৈ কৰিৰ চিঠি )

শাৰী ২৩০ ঃ ৰাই শস্য ঃ Secale cereale, মধ্য আৰু উত্তৰ ইউৰোপৰ খাদ্য শস্যবিশেষ। হুইস্কি আৰু জিন তৈয়াৰত ব্যৱহৃত হয়।

শাৰী ২৩৭ ঃ 'শুকাই নোযোৱা ফুল' ( মূল immortelle, ইমমৰ্টেল ) ঃ ইং Davelin অনুবাদ immortelle ঃ উদ্ভিদ বিজ্ঞানৰ পৰিভাষা। ইয়াত মোৰ প্ৰথমতে অনুবাদ ভুল হৈছিল—মই ভাবিছিলোঁ অমৰ (স্ত্ৰী)।

শাৰী ২৮৩ ঃ চিচল গছ ঃ । ইয়াৰ আঁহৰ পৰা টান ৰচী তৈয়াৰ হয়।

শাৰী ২৯৫ ঃ আগেইভি গছ ঃ এমাৰিলাছডাচি বৰ্গৰ গছ। ইয়াৰ আঁহৰ পৰাও ৰচী তৈয়াৰ হয়।

মূল et a jamais vigile en mer এ আ জামেই ভিজিল অঁ মেৰ। Davelin অনুবাদ and forever an underseas world of vigil.

শাৰী ৩৩৬ ঃ সোণালী সংখ্যা ঃ খৃষ্টীয় ধৰ্মোৎসৱ ইষ্টাৰৰ তাৰিখ গণাৰ কাৰণে গুৰুত্বপূৰ্ণ এবিধ সংখ্যা। মেটোনীয় ১৯ বছৰীয়া বৰ্ষচক্ৰৰ যি কোনো বছৰৰ সংখ্যা।

শাৰী ৩৩৭ ঃ প্ৰভু দিবস সূচক বৰ্ণবোৰ ঃ কোনো এটা বছৰৰ দেওবাৰ-বিলাকক নিৰ্দেশাবলৈ ব্যৱহাৰ কৰা বৰ্ণমালাভূক্ত বৰ্ণ। যেনে বৰ্ণ A B C D E F G বছৰটোৰ প্ৰথম সাতদিন সম্পৰ্কে ব্যবহৃত হয় ( জানুৱাৰী ১-৭ তাৰ পাছত চক্ৰক্ৰমে তাৰ পাচৰ সাতদিন তাৰ পাচত আৰু সাতদিন এনেকৈ। যদি ধৰক ৩ জানুৱাৰী দেওবাৰ হয় তেনেহ'লে সেইবছৰৰ দমিনিক্যাল লেটাৰ বা প্ৰভু দিবস—বৰ্ণ হ'ব C.

শাৰী ৩৬৯ ঃ বাৰ্বাৰী দেশ ঃ উত্তৰ আফ্ৰিকাৰ ট্ৰিপোলিতানিয়া, টুনিজিয়া, অ্যালজিৰিয়া আৰু মৰক্কো দেশবিলাকৰ ঐতিহাসিক যৌথ নাম।

শাৰী ৫৮০ ঃ ভাৰ্বেনা ফুল ঃ প্ৰায় ১২ মাহেই ফুলা চাপৰ জোপোহাত ফুলা ফুল—ৰং বগা, বেঙুনীয়া আৰু ৰঙা।

# ইষ্ট কোকাৰ

টি· এছ· এলিয়ট

মোৰ আৰম্ভনতে মোৰ শেষ।   ক্ৰমান্বয়ে
ঘৰ উঠে, পৰে, ভাঙি যায়, বঢ়োৱা হয়,
তুলি নিয়া হয়, ধ্বংস কৰা হয়, মেৰামত কৰা হয়
নহলে তাৰ ঠাইত হয় এখন মুকলি পথাৰ
বা এটা কাৰখানা, বা এটা এৰাই যোৱা বাট।
পুৰণি শিলৰ পৰা নতুন ঘৰ, পুৰণি কাঠৰ পৰা নতুন জুই
পুৰণি জুইৰ পৰা ছাই, আৰু ছাইৰ পৰা মাটি
যি ইতিমধ্যেই মঙহ নোম আৰু বিষ্ঠা,
মানুহ আৰু জন্তুৰ হাড়, নৰা আৰু পাত।
ঘৰবোৰ লী থাকে আৰু মৰে ঃ একোটা সময় আছে সাজিবৰ বাবে।   ১০
আৰু সময় জীয়াই থকাৰ বাবে, সময় জনম দিয়াৰ বাবে
আৰু বতাহৰ সময় আছে খোল খোৱা আইনা ভঙাৰ বাবে
আৰু দেৱাল-ঢকা-তক্তা জোকাৰিবলৈ য'ত নিগনি বগায়
আৰু নিমাত-বাণী বৈ থোৱা ফটা পৰ্দা লৰাবৰ বাবে।

মোৰ আৰম্ভতে মোৰ শেষ—মুকলি পথাৰৰ ওপৰেদি
এতিয়া পোহৰ পৰিছে, ডালে ঢাকি যোৱা দ আলিটো
আবেলিতে অন্ধকাৰ কৰি, য'ত ওখ গৰাটোত
আওজিব পাৰি—যেতিয়া গাড়ী পাৰ হৈ যায়,
আৰু দ আলিটোৱে গাৰ্ৰ ভিতৰ পিনলৈ ন-দিয়ে
বিজুলীৰ দৰে গৰমত সম্মোহিত   ২০

গৰম ধূৰলিত ছাইবঙী শিলে গপগপীয়া পোহৰ
শুহি লয়, প্ৰতিসাৰিত নকৰে।
ডালিয়াফুল বোৰ শুই থাকে শূণ্য নৈঃশব্দ্যত।

সোনকালে ওলোৱা ফেঁচাটোৰ বাবে বৈ থাকক।
মুকলি পথাৰত
যদি আপুনি বেছি ওচৰলৈ নাহে, যদি বেছি ওচৰলৈ নাহে,
জহকালি মাজনিশা সৰু পেঁপা আৰু সৰু ঢোলৰ
বাজনা শুনিবলৈ পাব
আৰু তেওঁলোকক দেখিব বৰ জুইকুৰাৰ
চাৰিওফালে নচা 30
স্ত্ৰী আৰু পুৰুষৰ সন্মিলন—নাচত
বিবাহৰ সূচনা জনোৱা
এটা গাম্ভীৰ্যপূৰ্ণ আৰু সুবিধাজনক ধৰ্মাচাৰ।
দুজন আৰু দুজনৰ আৱশ্যক সংযোজন,
পৰস্পৰে হাতে হাতে ধৰি কিম্বা বাহুৰে বাহুৰে
যিয়ে চিহ্নিত কৰে—সমন্বয়। জুইৰ চাৰিওফালে ঘূৰি
শিখাৰ মাজেদি জাঁপিয়াই, অথবা বৃত্তাকাৰে যুক্ত,
চহা ভাবে গহীন বা চহা হাঁহি মাৰি
জধলা জোতাৰে গধূৰ ভৰি ডাঙি
মাটি ভৰি, বালিঅঁহীয়া ভৰি গঞা আনন্দেৰে দঙা 40

বহু কাল ধৰি মাটিৰ তলৰ পৰা শস্য পৰিপুষ্ট-
কৰিথকাবিলাকৰ খিকিন্দালি। নাচোনত তাল ৰাখি
লয় ৰাখি, জীয়াই থাকোঁতে যেনে সজীৱ কালত
ঋতু আৰু নক্ষত্ৰপুঞ্জৰ সময়ত
গাখীৰ খীৰোৱা আৰু খেতি চপাবৰ সময়ত
মতা আৰু তিৰোতাৰ জোৰ পতা সময়ত
আৰু জন্তুবিলাকৰ। ভৰি উঠা আৰু নমা।
খোৱা আৰু পিয়া। বিষ্ঠা আৰু মৃত্যু।
দোকমোকালিয়ে ফুট দিয়ে, আৰু, আৰু এটা দিন
গৰম আৰু নিস্তব্ধতাৰ বাবে সাজু হয়। ৫০
সাগৰৰ মাজত পুৱাৰ বতাহ ঢৌ খেলে আৰু বাগৰে।
মই আছোঁ ইয়াত অথবা তাত বা অন্য কোনো ঠাইত
মোৰ আৰম্ভত।

২

নবেম্বৰৰ শেষে কি কৰিছে বসন্তৰ অস্থিৰতাৰ স'তে
জহৰ দিনৰ গৰমৰ প্ৰাণীবিলাকৰ স'তে
আৰু ভৰিৰ তলত ছটফটোৱা বৰফৰ কণিকাবোৰেৰে
বেঁচি ওপৰলৈ আশা পলা
ৰঙাৰ পৰা ছাই বৰণীয়া হৈ বাগৰি পৰা হলিহক বোৰেৰে
দেৰিকৈ ফুলা আগতীয়া হিমে ভৰা গোলাপবোৰেৰে ?

বিলোল নক্ষত্ৰ দ্বাৰা বজ্ৰঘোষ বিলোলিত ৬০

তাব দ্বাবা বিজয়উল্লাসী মহাৰথ অনুকৃত
পুঞ্জে পুঞ্জে সংঘৰ্ষত পূৰ্ণ নিয়োজিত
বৃশ্চিকে সূৰ্যৰ স'তে যুঁজে
চন্দ্ৰ, সূৰ্য অস্তমিত নোহোৱা পৰ্যন্ত
ধূমকেতুৱে ক্ৰন্দন নকৰা পৰ্যন্ত
বিক্ষিপ্ত সিংহস্থ উল্কাৰ দ্বাৰা
যি পৰ্যন্ত আকাশ আৰু সমতল সন্ধান নহয়
ঘূৰ্ণাবৰ্তত পাক খাই—যি ঘূৰ্ণিয়ে পৃথিৱীক
লৈ যাব বিধ্বংসী অগ্নিৰ ফালে
যি অগ্নি প্ৰজ্জ্বলিত তুষাৰ-শীৰ্ষৰ ৰাজত্বৰো পূৰ্বে ৭০
সেইটো আছিল কথাটো কোৱাৰ এটা ধৰণ
—সিমান সন্তোষজনক নহয় :
এটা ক্ষয় যোৱা কায়দাত কৰা বহুবলকী সমীক্ষণ
তথাপি আমাক শব্দ আৰু অৰ্থৰ লগত এক অসহ্য যুদ্ধত
এৰি থৈ যোৱা। কাব্য একো কথা নহয়
যি আশা কৰা হৈছিল ( আকৌ আৰম্ভ কৰিব লাগিলে )
সি ই নহয়।
বহুদিনৰ প্ৰত্যাশিত বহুদিনৰ আকাংখিত
বৃদ্ধত্বৰ প্ৰজ্ঞা, হেমন্তৰ প্ৰশান্তিৰ কি মূল্য হব ?
তেওঁলোকে আমাক বঞ্চনা কৰিলে নেকি, নে ৮০
নিজকে বঞ্চনা কৰিলে, সেই শান্ত-কণ্ঠ অগ্ৰজসকলে,
নিজকে কেবল অৰ্পি বঞ্চনাৰ এক ৰন্ধন পদ্ধতি ?
প্ৰশান্তি কেবল এক স্বেচ্ছাকৃত নীৰসতা
প্ৰজ্ঞা কেবল মৃত গুপ্ত কথাৰ জ্ঞান
যি আন্ধাৰলৈ তেওঁলোকে জুমিলে তাৰ বাবে নিৰৰ্থক

বা য'ৰ পৰা তেওঁলোকে চকু ঘূৰালে। আমাৰ বোধেৰে, তাত
বৰ বেছি যদি আছে, আছে সীমিত মূল্য
অভিজ্ঞতাৰ পৰা আহৃত জ্ঞানত।
জ্ঞানে জাপি দিয়ে এটা চানেকি আৰু মিথ্যাকৃত কৰে,
কাৰণ চানেকি নতুন হয় প্ৰতি মুহূৰ্তত ৯০
আৰু প্ৰত্যেক মুহূৰ্ত্তই এটা নতুন আৰু প্ৰবল আঘাতকাৰী মূল্যায়ন
আমি যি হলোঁ—তাৰ।
আমি প্ৰবঞ্চনা মুক্ত কেৱল তাৰ পৰা যিয়ে প্ৰবঞ্চিত কৰি
আৰু একো অন্যায় কৰিব নোৱাৰে।
মাজতে, কেৱল বাটৰ মাজতে নহয়, কিন্তু গোটেই বাটতে
আন্ধাৰ অৰণ্যত, কাঁইটীয়া জোপোহাত,
বোকা ভৰা খালৰ দাঁতিত, য'ত নখহা খোপনি নাই,
ৰাক্ষসৰ দ্বাৰা ভীতি প্ৰদৰ্শিত, মনোহাৰী প্ৰদীপৰ দ্বাৰা
বিপদৰ আশংকা জানিও, বুঢ়া মানুহৰ গিয়ানৰ কথা
শুনিব নকব, বৰং কক তেওঁলোকৰ ভুলৰ কথা শুনিবলৈ ১০০
তেওঁলোকৰ ভয়ৰ ভয় আৰু উন্মাদনাৰ, তেওঁলোকৰ ভয়
অধিকৃত হোৱাৰ
অন্য কাৰোবাৰ হোৱাৰ, বা অন্যবিলাকৰ বা ঈশ্বৰৰ।
একমাত্ৰ জ্ঞান যি আমি পাব পাৰোঁ সি হৈছে
বিনয়ৰ জ্ঞান ঃ বিনয় অনন্ত।

ঘৰবোৰ সকলো সাগৰৰ তলিলৈ গ'ল।

নৰ্তকবিলাক সকলো গ'ল পৰ্বতৰ তললৈ।

৩

ও আন্ধাৰ আন্ধাৰ আন্ধাৰ। সকলো যায় আন্ধাৰৰ মাজলৈ,
নক্ষত্ৰবৰ্গৰ মধ্যবৰ্তী শূণ্য স্থান, শূণ্যলৈ।
সেনানায়কবিলাক, বণিক বেংকৰ কৰ্তাসকল ১১০
প্ৰখ্যাত সাহিত্যিকসকল,
চিত্ৰকলাৰ মহানুভৱ পৃষ্ঠপোষকসকল, ৰাষ্ট্ৰবিৎ আৰু শাসকসকল
বিশিষ্ট বিষয়াসকল, বহু সমিতিৰ সভাপতি,
উদ্যোগৰ প্ৰভুসকল আৰু সৰুসুৰা ঠিকাদাৰবোৰ,
সকলো যায় আন্ধাৰৰ ভিতৰলৈ,
আৰু, আন্ধাৰ সূৰ্য আৰু চন্দ্ৰ, আৰু গোথাৰ বংশপঞ্জী
ষ্টক এক্চেঞ্জ গেজেট, ডাইৰেক্টৰ সকলৰ ডাইৰেক্টৰী,
আৰু চেতনা শীতল, কৰ্মৰ প্ৰেৰণা লুপ্ত,
আৰু আমি সকলোৱে তেওঁলোকৰ লগত যাম,
নীৰৱ অন্ত্যেষ্টি ক্ৰিয়ালৈ, । ১২০
কাৰো অন্ত্যেষ্টি ক্ৰিয়া নহয়, কাৰণ কোনো নাই
সমাধিস্থ কৰিবৰ বাবে।
মই মোৰ আত্মাক ক'লোঁ, স্থিৰ হোৱা,
আৰু আন্ধাৰ তোমালৈ আহিবলৈ' দিয়া
যি আন্ধাৰ হ'ব ঈশ্বৰৰ অন্ধকাৰ। যেনেকৈ, ৰংগমঞ্চত
লাইট নুমুওৱা হয়, পট পৰিবৰ্তনৰ বাবে
পাৰ্শ্বপটৰ শূণ্য-গৰ্ভ ঘৰ্ঘৰ শব্দেৰে, আন্ধাৰৰ ওপৰত
আন্ধাৰৰ সঞ্চালন কৰি,
আৰু আমি জানোঁ যে পৰ্বত আৰু গছ, সুদূৰৰ বিস্তীৰ্ণ দৃশ্য
আৰু দুৰ্দান্ত জবৰদস্ত সম্মুখ-সজ্জা সকলোকে ঠেলি নিয়া হয়— ১৩০

অথবা, যেতিয়া পাতাল ৰেল, মাটিৰ তলৰ সুৰংগত
দুটা ষ্টেচনৰ মাজত বহু বেছি দেৰি ৰয়
আৰু কথা বাৰ্তাৰ শব্দ বাঢ়ে কিন্তু লাহে লাহে
নিস্তব্ধতাৰ লগত মিলি যায়
যেতিয়া, প্ৰত্যেক মুখৰ অন্তৰালৰ মনৰ শূণ্যতা
গাঢ় হৈ গৈ থকা দেখা যায়
কেবল ভাবিবলৈ একো নথকাৰ ভয় ৰাখি থৈ ;
বা যেতিয়া, ইথাৰৰ প্ৰভাবত, মন চেতন হৈ থাকে
কিন্তু একোৰে বিষয় চেতন হৈ নাথাকে—
মই মোৰ আত্মাক ক'লোঁ, স্থিৰ হোৱাঁ, আৰু ১৪০
আশা নৰখাকৈ ৰৈ থাকাঁ কাৰণ আশা হ'ব ভুল বস্তুৰ বাবে আশা ;
প্ৰেম নোহোৱাকৈ ৰৈ থাকাঁ কাৰণ প্ৰেম হ'ব ভুল বস্তুৰ বাবে প্ৰেম ;
তথাপি আছে বিশ্বাস
কিন্তু বিশ্বাস আৰু প্ৰেম আৰু আশা সকলো আছে
ৰৈ থকাৰ মাজত ।
ভাবহীন হৈ ৰৈ থাকাঁ,
কাৰণ ভাবনাৰ বাবে তুমি প্ৰস্তুত নহয় ।
সেয়ে আন্ধাৰেই হ'ব পোহৰ আৰু স্থিৰতা নৰ্তন ।
বৈ যোৱা নিজৰাৰ জিৰ জিৰ ধ্বনি, আৰু জাৰৰ বিজুলী ।
অদেখা তুলসী আৰু বনৰীয়া ফল,
ফুলনিৰ হাঁহি, প্ৰতিধ্বনিত আনন্দ-উচ্ছ্বাস ১৫০
নোহোৱা হৈ যোৱা নহয়, কিন্তু অনুবোধ জনোৱা
মৃত্যু আৰু জন্মৰ যন্ত্ৰনা দেখুৱাই দিয়া ।
আপুনি কৈছে যে মই পুনৰুক্তি কৰিছোঁ যি কথা মই আগেয়েও কৈ গৈছোঁ । মই আকৌ ক'ম ।
ক'ম নে আকৌ ? সেই তাত আহি পাবৰ নিমিত্তে
য'ত আপুনি আছে তাত আহি পাবলৈ, য'ত আপুনি

নাই তাৰ পৰা গৈ পাবলৈ,
আপুনি যাব লাগিব এনে এটা বাটেৰে
য'ত আনন্দৰ উন্মাদনা নাই। যি আপুনি নাজানে তাত উপনীত হ'বলৈ
আপুনি এনে এটা বাট ল'ব লাগিব যি অজ্ঞানতাৰ।
আপোনাৰ যি নাই তাক পাবলৈ ১৬০
আপুনি যাব লাগিব অধিকাৰ ত্যাগৰ বাটেদি।
আপুনি যি নহয় তাত উপস্থিত হবলৈ আপুনি যাব লাগিব
আপুনি যি নহয় সেই বাটে বাটে।
আৰু আপুনি যি নাজানে সেয়েই একমাত্ৰ কথা
যি আপুনি জানে
সেয়েহে মাত্ৰ আপোনাৰ যি আপোনাৰ নহয়
আৰু য'ত আপুনি আছে সি তাতেহে য'ত আপুনি নাই।

৪

বিক্ষত চিকিৎসকে কটাৰী চলায়
সাময় অংশটোৰ কৰে প্ৰবিচাৰ;
তেজ বোৱা দুহাতত অনুভব পাই ১৭০
বৈদ্যৰ কৌশলৰ তীক্ষ্ন তিতিক্ষাৰ
গূঢ়াৰ্থৰ সমাধান জ্বৰ-তালিকাৰ
আমাৰ একমাত্ৰ সুস্থাৱস্থা বেমাৰ
মৃত্যুমুখী সেৱকৰ যদি বাধ্য হোৱা
আমাৰ সন্তুষ্টি যাৰ লক্ষ্য নোহে নিৰত সেবাৰ
মাত্ৰ আমাক আমাৰ, আৰু আদামৰ শাও সোঁৱৰোৱা,
আৰু, আৰোগ্য হবৰ পথ বেমাৰ বঢ়োৱা।
গোটেই পৃথিবীয়ে আমাৰ হাস্পতাল
উচ্ছন্ন ক্ৰোৰীৰ দ্বাৰা লভ্য সমৰ্পিত
য'ত, আমি যদি হব পাৰোঁ ভাল ১৮০

আমাৰ মৰণ হব শুশ্ৰূষাত পূৰ্ণ পিতৃকৃত
যিয়ে আমাক নেৰিব, যাৰ প্ৰসাদ সৰ্বত্ৰ বিতৰিত।
ভৰিৰ পতাৰ পৰা আঁঠুলৈ জাৰ উঠি আহে
মানসিক তন্ত্ৰীত জ্বৰে গান গায়
গোট মৰা দৰকাৰ তপত হবৰ বাবে
বিশুদ্ধিৰ চেচাঁ জুইত যাতে কঁপা যায়।
গোলাপ যি জুইৰ শিখা বন-গোলাপ ধোঁৱা
টোপাটোপ পৰা তেজ আমাৰ পানীয়
তেজ লগা মাংস পিণ্ড একমাত্ৰ খাদ্য
তথাপিও আমি কিন্তু ভাবি ভাল পাওঁ ১৯০
আমি সুস্থ—বস্তুতঃ তেজ আৰু মাংস—
আকৌ, তথাপিও, আমি কওঁ এই এক শুক্ৰবাৰ শুভ।

সেয়ে, এয়া মই, মাজ পথত, কুৰি বছৰ কটোৱাৰ পাচত—
কুৰিটা বছৰ বেছি ভাগেই নষ্ট—দুই যুদ্ধৰ মাজৰ বছৰবোৰ
শব্দৰ ব্যবহাৰ শিকিবৰ চেষ্টা কৰি—আৰু প্ৰত্যেক প্ৰচেষ্টাই
এটা সম্পূৰ্ণ নতুন আৰম্ভন, এটা বেলেগ ধৰণৰ বিফলতা
কাৰণ যি কথা ক'ব আৰু নালাগে
শব্দৰ লগত জিকিব শিকিলোঁ কেবল তাকেহে ক'বৰ বাবে,
বা সেই ধৰণেহে ক'বলৈ শিকিলোঁ যি ধৰণে কোৱাৰ
আৰু স্পৃহা নাই। ২০০

সেয়ে প্ৰত্যেক উদ্যম
এটা নতুন আৰম্ভন, অস্ফুটৰ ওপৰত আক্ৰমণ—
অনুভবৰ অস্পষ্টতাৰ ব্যাপক বিশৃংখলাত
অনুশাসনহীন আবেগৰ দলৰ দ্বাৰা
সদায়ে অপকৃষ্ট লেতেৰা সঁজুলিৰ দ্বাৰা।
সৰলতা আৰু বশ্যতাৰ দ্বাৰা যাক জয় কৰা যায়
সি আগেয়েই আবিস্কৃত—এবাৰ বা দুবাৰ—বা বহুবাৰ

তেনেকুৱা মানুহৰ দ্বাৰা যাৰ অনুসৰণ অসম্ভব
—কিন্তু কোনো প্ৰতিযোগিতা নাই—
কেবল মাত্ৰ আছে যুদ্ধ যি হেৰাল তাক ঘূৰাই পোৱাৰ অৰ্থে ২১০
ঘূৰাই পোৱাব পাচত আকৌ যি হেবায়, বাবে বাবে,
তাক ঘূৰাই পোৱাব ঃ

আৰু এতিয়া এনে অৱস্থাত
যি দেখা যায় অননুকুল। কিন্তু বোধহয় লাভ বা ক্ষতি নাই।
আমাৰ কাৰণে আছে কেবল চেষ্টা। বাকীবিলাকত
আমাৰ একো নাই।

ঘৰ হৈছে সেই য'ব পৰা মানুহে যাত্ৰা কৰে।
বুঢ়া হৈ অহাৰ লগে লগে জগতখন বেছি আচৰিত যেন লাগে;
মৃত আৰু জীৱিতৰ নক্সা বেছি জটিল।
আগ আৰু পিচ নোহোৱা বিচ্ছিন্ন প্ৰগাঢ় মুহূৰ্ত নহয় ২২০
কিন্তু প্ৰত্যেক মুহূৰ্ততে প্ৰজ্জ্বলিত এক জীৱন কাল
আৰু কেবল এটা মুহূৰ্তৰ জীৱনকাল নহয়।
কিন্তু পুৰণি শিলৰ—যাৰ পাঠোদ্ধাৰ কৰিব নোৱাৰি।
সময় আছে তৰাৰ পোহৰ পৰা গধূলিৰ কাৰণে,
সময় আছে লেমৰ পোহৰ পৰা গধূলিৰ কাৰণে
( ফটোৰ এলবাম চোৱা গধূলি )।
প্ৰেম তেতিয়াই আটাইতকৈ তাৰ নিজৰ দৰে
যেতিয়া ইয়াত আৰু এতিয়াৰ কোনো মূল্য নাই।
বুঢ়া মানুহ হব লাগে অন্বেষক
ইয়াত আৰু তাত ইবোৰৰ অৰ্থ নাই ২৩০

আমি স্থিৰ হৈ থাকিব লাগিব আৰু তথাপি চলমান
আৰু এক প্ৰগাঢ়তাৰ বাবে
আৰু এক সাজুয্যৰ বাবে, আন্ধাৰ শীতল আৰু শূণ্য
বিবিক্তিৰ মাজেদি আৰু গভীৰ সংগমৰ বাবে,
ঢৌৰ মাতৰ, বতাহৰ মাতৰ পেট্ৰেল চৰাই আৰু শিহুৰ
বিশাল পানীৰ মাজেদি, মোৰ শেষতেই মোৰ আৰম্ভ।

শাৰী ৮২ঃ ১৯৮৯ চনৰ জানুৱাৰী সংখ্যা 'প্ৰকাশ'ত ওলোৱা এই কবিতাটোৰ মোৰ দ্বাৰাই কৰা অনুবাদত আছে 'ৰন্ধন পদ্ধতি'ৰ ঠাইত 'ৰচিদ' বুলি। 'ইংৰাজী 'reciept' শব্দটোৰ সাধাৰণ অৰ্থ 'ৰচিদ'য়েই। কিন্তু পাচত, ১৯৮৯ চনৰ জানুৱাৰী মাহতেই মই শ্ৰীযুতা হেলেন গাৰ্ডনাৰৰ 'দ্য কম্পোজিশ্যন অভ্ ফোৰ্ কোৱাৰ্টেট্চ্ (লণ্ডন ১৯৭৮ পৃঃ ১০১) ৰ পৰা জানিলো যে এলিয়টে receipt শব্দটোৰ বিশেষাৰ্থক ব্যৱহাৰ কৰিছিল। এলিয়টে নিজে কোৱা কথাৰ উদ্ধৃত শ্ৰীমতী গাৰ্ডনাৰে এই বুলি দিছে "Receipt. I mean in the sense of recipe or formula" অৰ্থাৎ 'ৰিচিট' মানে ইয়াত ৰন্ধন পদ্ধতি। ভুলৰ কাৰণে ক্ষমা প্ৰাৰ্থনা কৰিলোঁ। লগতে 'প্ৰকাশ'ৰ কৰ্তৃপক্ষক এই অনুবাদ পুনৰ প্ৰকাশ কৰিবলৈ দিয়া কাৰণে ধন্যবাদ জনালোঁ।

ইষ্ট কোকাৰ ঃ ইংলণ্ডৰ দক্ষিণ-পূব ভাগত অৱস্থিত চামাৰচেট অঞ্চলৰ এখন গাঁৱৰ নাম। ইয়াৰ পৰাই টি, এছ, এলিয়টৰ পূৰ্ব পুৰুষ অ্যানডৰু এলিয়ট সম্ভৱতঃ ১৬৬৯ চনত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ উত্তৰ-পূব ভাগৰ মেছাছুছেট্‌ছ্‌ ৰাজ্যৰ চালেমলৈ উঠি যায়। ১৯৩৭ চনত টি, এছ, এলিয়টে এই গাওঁ ভ্ৰমণ কৰে। এই গাঁৱৰে চে'ন্ট্‌ মাইকেল গীৰ্জাৰ চৌহদৰ একোণত ১৯৬৫ চনৰ ১৭ এপ্ৰিলৰ দিনা তেওঁৰ দেহ-ভষ্ম সমাধিস্থ কৰা হয়—যেনে এই কবিতাটোৰ অন্তিম পংক্তিৰেই সাৰ্থকতা সঞ্চাৰ কৰি—"মোৰ শেষতেই মোৰ আৰম্ভ।"

'ইষ্ট কোকাৰ' কবিতাটো এলিয়টৰ প্ৰখ্যাত কবিতা চতুষ্টয় 'ফোৰ কোৱাৰ্ট'টচ' অৰ দ্বিতীয় কবিতা। এলিয়টে কৈছিল যে এই কবিতা চতুষ্টয়ৰ কাৰণেই তেওঁ কবি হিচাপে তিষ্ঠিব বা নিতিষ্ঠিব। পাঠকৰ মত অন্য ধৰণৰ হোৱাত বাধা নাই, কিন্তু বহুতেই ভাবে যে এই কবিতা চতুষ্টয় এলিয়টৰ শ্ৰেষ্ঠ কীৰ্তি। কবিতাটোত খৃষ্টীয় ধৰ্মৰ আৰু ধৰ্মাচাৰৰ নানান উল্লেখ আৰু অনুষংগ আছে। সেইবিলাকৰ লগত সম্যক পৰিচয় নাথাকিলেও কবিতাটোৰ ৰসাস্বাদ সম্ভৱ।

মোৰ ধাৰণা, এই কবিতাটোৰ আৰু 'ফোৰ কোৱাৰ্টে'ট্‌চ্‌' অৰ অন্য তিনিটা কবিতাৰ বৈশিষ্ট্য মূলতঃ প্ৰৱৰ্তিছে এইবিলাকৰ গঠন-প্ৰণালীত। অন্য প্ৰসংগলৈ যোৱাৰ আগেয়ে শিল্প কলাত গঠন-প্ৰণালীৰ গুৰুত্ব সম্পৰ্কে আলোচনা কৰা আৱশ্যক। এলিয়টৰ নিজৰ মতামতেৰেই আৰম্ভ কৰিব পাৰি। এলিয়টে কৈছিল, "মই ভাবোঁ গঠন-প্ৰণালী কাব্য ৰচনাৰ এটা গুৰুত্বপূৰ্ণ উপাদান।" আমি পাহৰিব নালাগে, কবিতা এটা শিল্পকলা। তাৰ এটা নিজস্ব আংগিক আছে, বিশিষ্ট ৰচনা কৌশল আছে। এলিয়টে কোৱাদি, যি কথা গদ্যতো লেখিব পাৰি তাক গদ্যত লেখাই ভাল।
গঠন-প্ৰণালী নানা ধৰণৰ, বহুতো আহি'ৰ হব পাৰে। কলা হিচাপে কাব্যৰ নিজৰ গণ্ডীৰ মাজতে গঠন-প্ৰণালীৰ বিবিধ বৈচিত্ৰ্যৰ কথা আমি জানোঁ। ছন্দ, লয়, তাল বন্ধন, অন্ত্যমিল, অন্তৰ্মিল, পংক্তিৰ হ্ৰস্বতা বা দীৰ্ঘতা ইত্যাদিৰ দ্বাৰা গঠন-প্ৰণালীক স্বৰভেদাভাৱৰ পৰা ৰক্ষা কৰিব পাৰি। অন্য শিল্প কলাৰ আংগিক বা বিন্যাসৰ অনুসৰণৰ দ্বাৰাও এই ক্ৰিয়া সম্ভৱ। এলিয়টে তেওঁৰ এইটো কবিতাত আৰু কবিতা চতুষ্টয়ৰ অন্যাবিলাক কবিতাত পাশ্চাত্য শাস্ত্ৰীয় সংগীতৰ এটা বিভাগৰ আংগিকৰ অনুসৰণ কৰিছে। মানবিক অভিজ্ঞতাৰ বিশালতম বিভাজক হৈছে কাল আৰু স্থান। এইফালৰ পৰা কাব্য আৰু সংগীতৰ সম্বন্ধ বৰ ওচৰ

কাৰণ এই দুয়োটা শিল্পকলাই প্ৰধানতঃ কালনির্ভৰ। ১৯৪২ চনত প্ৰকাশিত 'কাব্যৰ সংগীত' নামৰ প্ৰবন্ধত এলিয়টে কৈছিল, "সংগীতৰ যি দুটা ধৰ্মৰ লগত কবি আটাইতকৈ বেছি সংশ্লিষ্ট, তাৰ এটা হ'ল তাল-বন্ধন বোধ আৰু আনটো হ'ল গঠন-প্ৰণালীৰ বোধ।" এই প্ৰসংগত সেই একে প্ৰবন্ধৰ পৰা তাৰু এটা উদ্ধৃতি বৰ সংগতিপূৰ্ণ: "বিষয়ৰ পুনৰ্বৰ্তন সংগীতৰ কাৰণে যিমান স্বাভাবিক কাব্যৰ কাৰণেও সিমানেই। কাব্যত কিছুমান সৃষ্টি-সম্ভাবনা আছে যিবিলাক সংগীতত পোৱা যোৱা বেলেগ বেলেগ বাদ্যবৃন্দৰ দ্বাৰা বিষয় প্ৰবৰ্ধনৰ তুল্যৰূপ। বাদ্য-চতুষ্টয়-বাদন ( কোৱাৰ্টেট্ ) বা বাদ্য-সমাহাৰ বাদন ( চিম্ফনী )ৰ বিভিন্ন চালনাৰ লগত তুলনা কৰিব পৰা সংক্ৰমণৰ সম্ভাবনা কাব্যতো আছে। বিষয়-বস্তুৰ মিশ্ৰসংস্থাপনৰ ( কাউণ্টাৰ পইণ্ট )ৰ সম্ভাবনা আছে"।

পাশ্চাত্য সংগীত শাস্ত্ৰৰ প্ৰায়োগিক পুংখানুপুংখলৈ যোৱাৰ পৰিসৰ এই টোকাৰ ভিতৰত নাই। তাৰ আবশ্যকো নাই। এইখিনি ক'লেই যথেষ্ট হ'ব যে এই 'ইষ্ট কোকাৰ' কবিতাটোত বাদ্য-চতুষ্টয় বাদনৰ গঠন-প্ৰণালী অনুকৃত হৈছে। বহুতে 'ফোৰ্ কোৱাৰ্টেট্চ্'অৰ গঠন-প্ৰণালীৰ লগত অমৰ সংগীতকাৰ বে'থফন্অৰ ১৩২ সংখ্যক সংগীতকৰ্ম (ওপাচ)ৰ গঠন-প্ৰণালীৰ সাদৃশ্য দেখিছে। আকৌ অন্য এজন সমালোচক, ( হিউ কেনাৰঃ দ্য ইনভিজিব পোয়েট, লণ্ডন, ১৯৬৬ পৃঃ ২৬১ ) এ কৈছে যে এলিয়টে বোলে কৈছিল যে তেওঁ 'ফোৰ্ কোৱাৰ্টেট্চ্'অত বাৰ্টক্ নামৰ সংগীতকাৰৰ ২ৰ পৰা ৬ সংখ্যক বাদ্য চতুষ্টয় বাদনৰ প্ৰতিহে প্ৰধানকৈ মনোযোগ দিছিল। ইফালে আকৌ প্ৰখ্যাত ইংৰাজ কবি ষ্টিফেন স্পেণ্ডাৰলৈ ১৯৩১ চনৰ ২৮ মাৰ্চ তাৰিখে লেখা এখন চিঠিত এলিয়টে এই বুলি কৈছিল যে বে'থফন্অৰ শেষৰ কোৱাৰ্টেট্ কেইটাৰ অলপ অনুভৱ নিজৰ মৃত্যুৰ আগেয়ে কাব্যলৈ আনিব পাৰিলে তেওঁৰ নিজৰ ভাল লাগিব। ইষ্ট কোকাৰ লেখা হয় ১৯৪০ চনৰ প্ৰথম ফালে। বেছিভাগ সমালোচকেই বে'থফন্ অৰ ১৩০-১৩৫ সংখ্যক সংগীতকৰ্মৰ লগতহে এই কবিতা চতুষ্টয়ৰ সাদৃশ্য দেখিছে। মোৰ পাশ্চাত্য সংগীতৰ জ্ঞান সামান্য। তদুপৰি বাৰ্টকৰ ২-৬ সংখ্যক কোৱাৰ্টেট্ মই শুনা নাই। মোৰ নিজৰ বোধেৰে কিন্তু বে'থফন্অৰ ১৩০-১৩৫ সংখ্যক সংগীতকৰ্মৰ লগত 'ফোৰ্ কোৱাৰ্টেট্চ্'অৰ গঠন-প্ৰণালীৰ সাদৃশ্য অপ্ৰমাদী। মন কৰিবলগীয়া যে 'ইষ্ট কোকাৰ'ৰ লগত বে'থফন্অৰ ১৩২ সংখ্যক সংগীত কৰ্মৰ সাদৃশ্য আটাইতকৈ অধিক।

এতিয়া বাদ্য-চতুষ্টয়-বাদন বা কোৱাৰ্টেট্ সম্পৰ্কে অলপ কোৱা আৱশ্যক। ই এক ধৰণৰ আবাস-কক্ষ-সংগীত বা চেম্বাৰ মিউজিক (প্ৰেক্ষাগৃহ বা অপেৰা হাউচত বজোৱা সংগীতৰ লগত ইয়াৰ পাৰ্থক্য আছে)। যদিও কম সংখ্যক বাদ্য যন্ত্ৰ বজোৱা হয়, তথাপি বাদ্য-চতুষ্টয়-বাদনৰ গঠন-প্ৰণালী প্ৰেক্ষাগৃহত বজোৱা সংগীতৰ গঠন-প্ৰণালীৰ লগত অভিন্ন। ই পাশ্চাত্য সংগীতৰ 'চনাটা' শ্ৰেণীৰ এটা উপবিভাগ। 'চনাটা'ৰ গঠনত কেইবাটাও চালনা বা 'মুভমেণ্ট' থাকে। একো একোটা চালনাৰ গঠনৰ বৈশিষ্ট্য আছে তাৰ তিনি ধৰণৰ বিভাগত: বিবৃতি, ব্যাখ্যা আৰু পুনৰাবৃত্তি। তাৰ কোৱাৰ্টেট্‌অত চাৰিটা তাৰ বাদ্য বজোৱা হয়: দুটা বেহেলা, এটা ভায়োলা আৰু এটা চ্ছেলো। শেষোক্ত দুবিধ বাদ্যও বেহেলা শ্ৰেণীৰে। কেবল চ্ছেলোৰ তাৰ বেহেলাতকৈ এক সপ্তক নিম্নত বন্ধা, ভায়োলা বেহেলাতকৈ সপ্তকৰ পঞ্চম নিম্ন-স্বৰ বন্ধ।

মন কৰিবলগীয়া এই যে নাটকৰ সাধাৰণতে ৫ টা অংক থকাৰ দৰে 'কোৱাৰ্টেট্' অতো সাধাৰণতে ৫ টা চালনা বা 'মুভমেণ্ট' থাকে। এলিয়টৰ অন্য দুটা কবিতাতো এই পাঁচটা চালনা পৰিলক্ষিত হয়—তাৎপৰ্যপূৰ্ণ ভাবে, তেওঁৰ সৰ্ব প্ৰখ্যাত খণ্ড কাব্য 'চন মাটি' বা 'দ্য ৱেইষ্ট ল্যাণ্ড' অত আৰু তেওঁৰ ধৰ্মানুভূতিৰ সৰ্বপ্ৰথম প্ৰগাঢ় প্ৰকাশ 'এশ ৱেন্‌ছ্‌ডে' নামৰ কবিতাত।

এতিয়া আমি বে'থ'ফুনঅৰ ১৩২ সংখ্যক সংগীত কৰ্মৰ বিন্যাস বিশ্লেষণ কৰিব পাৰোঁ। নীৰস শব্দত মধুস্ৰাবী সংগীতৰ সুষমা বিধৃত কৰিবৰ প্ৰচেষ্টা এটা অক্ষমণীয় অপৰাধ কিন্তু আমাৰ উদ্দেশ্যৰ কাৰণে ই অপৰিহাৰ্য। প্ৰথম চালনাৰ শান্তিময় সূত্ৰপাতত এটা দ্ৰুত লয়ৰ লঘু বিবৃতি, দ্বিতীয় চালনা কোৰাল ছন্দত ৰচিত, তৃতীয় চালনা প্ৰথমতে গীতিময় আৰু অপেক্ষাকৃতভাবে দ্ৰুত। তাৰ পাচৰ অংশ এটা মন্থৰ বিলম্বিত লয়ত বিন্যস্ত। চতুৰ্থ চালনা হ্ৰস্ব আৰু হৰ্ষোচ্ছল, পঞ্চম চালনা আকৌ আবেগপূৰ্ণভাবে হৰ্ষোদ্দীপক আৰু দ্ৰুত লয়ত বন্ধ। ইয়াত লক্ষ্য কৰিবলগীয়া এয়েই যে যি স্থলত ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ উপস্থাপনাত এটা ৰাগত এটা মাত্ৰ মানসিক অৱস্থা বা 'মুড্' হে অনুমোদিত, পাশ্চাত্য শাস্ত্ৰীয় সংগীতত একেটা উপস্থাপনাতে কেইবাটাও মানসিক অৱস্থাৰ ক্ৰমিক সংস্থাপন সম্ভৱ। তদুপৰি লয়, আৰু ধ্বনিৰ পৰিমাণৰ তাৰতম্য পাশ্চাত্য শাস্ত্ৰীয় সংগীতক বিচিত্ৰতৰ কৰে।

এই পৰিপ্ৰেক্ষিতত আমি 'ইন্ট কোকাৰ'ৰ চালনা সমূহৰ বিশ্লেষণ কৰিব পাৰোঁ। এই কবিতাটোতো পাঁচটা চালনা বা 'মুভমেণ্ট' আছে। প্ৰথম চালনাৰ চাৰিটা অংশ ঃ এটা বিবৃতি, তাৰ পাচত এটা পৰিবৰ্তিত বিবৃতি তাৰ পাচত বিবৃতি দুটাৰ পুনৰাবৃত্তি।

দ্বিতীয় চালনাৰ আৰম্ভন গীতিধৰ্মী, কাব্যময়—আঠটা শব্দাংশৰ পংক্তিবিলাকত অন্ত্যমিল, যদিও শব্দাংশ সমীকৃত নহয়। ইয়াৰ পাচতে কথোপকথনধৰ্মী এটা অনুচ্ছেদ।

তৃতীয় চালনাটোৰ সুৰ অন্তৰ্দৰ্শী—লয় অতীন্দ্ৰিয়বাদী উক্তিৰ ভাৰত যুগপৎ গতিশীল আৰু বিলম্বিত।

চতুৰ্থ চালনাটো আকৌ গীতিধৰ্মী, অন্ত্যমিল সম্বলিত। পঞ্চম চালনাটোৰ দুটা অংশ। ই দ্বিতীয় চালনাৰ লগত তুলনীয়। দ্বিতীয় চালনাটোতকৈ ইয়াত ছন্দ পৰিৱৰ্তন আপেক্ষিকভাৱে কম। দ্বিতীয় চালনাত কথোপকথনধৰ্মী অংশটো পাছত আছিছে। এই চালনাত কথোপকথনধৰ্মী অংশটো আগলৈ আহিছে।

কবিতাটোৰ গঠন-প্ৰণালীৰ বৈশিষ্ট্য সাধ্যানুসৰি পৰ্যালোচনা কৰা হ'ল। আগেয়ে যেতিয়া অসমীয়া কাব্যত শব্দাংশ অথবা আখৰৰ সংখ্যা মিল আৰু লগে লগে অন্ত্যমিলৰ প্ৰচলন আছিল, তাল বন্ধন স্বয়ংপ্ৰতিষ্ঠিত আছিল। যেতিয়াৰ পৰা এই ৰচনাৰীতি অপ্ৰচলিত হ'ল তেতিয়াৰ পৰা কাব্য-স্ৰষ্টাৰ দায়িত্ব কমক ছাৰি বাঢ়িল। আভ্যন্তৰীণ-সংগীত, অন্তৰ্মিল, শব্দ বাছনিৰ কঠিন শৃংখলা আৰু সুক্ষ্ম অনুষংগ, সাৰ্বিক গঠনৰ বৈচিত্ৰ্য আদি দাবি কৰিবলৈ পাঠকৰ অধিকাৰ বাঢ়িল। পাঠকৰ প্ৰতি এই দায়িত্ব কাব্যস্ৰষ্টাৰ পক্ষে নিঃসংশয়ভাৱে অনস্বীকাৰ্য।